অভিনন্দন গ্রন্থ

# অনন্যা ইন্দুবালা



# অনন্যা ইন্দুবালা

## অভিনন্দন গ্রন্থ

**সম্পাদিকাঃ**
ড° লুকুমণি গোস্বামী

**প্ৰকাশকঃ**
ৰূপা শইকীয়া, সম্পাদিকা
গোলাঘাট জিলা লেখিকা পৰিষদ

অনন্যা ইন্দুবালা

**Ananya Indubala**: A book on Life and works of Indubala Goswami, renounded social worker of Shri Shri Disirigoyan Satra, Silonijan, Karbi-Anglong Dist:, Assam. Published by Smti Rupa Saikia, Secy,Golaghat Lekhika Parishad. Printed at Bhabani Offset & Imaging Systems Pvt. Ltd, Guwahati.

---

**সম্পাদনাৰ মেজত**

**উপদেষ্টা** ঃ অপূৰ্ব কুমাৰ বৰুৱা
উপেন দত্ত
মমতা কাকতি
**সভাপতি** ঃ ডালিমী শইকীয়া বৰা

**সম্পাদিকা** ঃ ড° লুকুমণি গোস্বামী

**সদস্যা** ঃ জয়ন্তী হিলৈদাৰী
বীনা ৰাজখোৱা
লনী ফুকন
ড° দিপালী বৰা
মীনা হাজৰিকা দত্ত
ৰূপালী দত্ত
অপৰাজিতা বৰুৱা
মঞ্জুলিকা নেওঁগ শইকীয়া
ৰূপা শইকীয়া
চোহানা আলি আহমেদ

**প্ৰথম প্ৰকাশ** ঃ ১৭ জুন, ২০১৮
**প্ৰকাশক** ঃ ৰূপা শইকীয়া, সম্পাদিকা
গোলাঘাট জিলা লেখিকা পৰিষদ

**বেটুপাত** ঃ ৰাজীৱ আগমাচাৰ্য , উৎপল দাস
**অক্ষৰ বিন্যাস** ঃ উৎপল দাস

**বৰঙণি** ঃ ১০০ টকা
**মুদ্ৰক** ঃ ভৱানী অফ্ছেট এণ্ড ইমেইজিং ছিষ্টেমছ্ প্ৰাঃ লিঃ
ৰাজগড় ৰ'ড, লাচিত লেন, গুৱাহাটী—৭৮১০০৭
ফোন ঃ (০৩৬১) ২৪৬৩৮৭৮, ২৫২৪০৫৬

# উছৰ্গা

*ইন্দুবালা গোস্বামীৰ জীৱন শৈলীৰ বৰ্ণনাৰে*
*প্ৰস্তুত হোৱা 'অনন্যা ইন্দুবালা' অভিনন্দন গ্ৰন্থখনি*
*শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ প্ৰয়াত শাস্ত্ৰজ্ঞ, ঋষিকা*
*শোভনেশ্বৰী দেৱী গোস্বামীৰ*
*স্মৃতিত উৎসৰ্গিত হ'ল*

শ্ৰীশ্ৰীগোবিন্দ

**ড° শ্ৰীশ্ৰী পীতাম্বৰ দেৱ গোস্বামী**
**আউনীআটীয় সত্ৰাধিকাৰ**
পোঃঅঃ আউনীআটী সত্ৰ
মাজুলী, যোৰহাট
পিন ঃ- ৭৮৫১০৬

পত্ৰ নং ঃ.........................
তাৰিখ ঃ .........................
ফোন ঃ ৯৪৩৫৩-৪০১৮০



# শুভেচ্ছাবাণী

গোলাঘাট লেখিকা পৰিষদে কাৰ্বি-আংলং জিলাৰ অন্তৰ্গত শিলনিজানস্থিত শ্ৰীশ্ৰীদিছিৰীগএঁৱা সত্ৰৰ ধৰ্মপ্ৰাণা মাতৃ শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ জীৱনৰ ওপৰত যি অভিনন্দন গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰিছে এই প্ৰচেষ্টাৰ আমি শলাগ লৈছো। যিহেতু এগৰাকী মাতৃৰ কষ্ট ত্যাগ তথা সাধনাতে সৃষ্টি হয় সুসন্তান; সেই সন্তান হৈ পৰে এদিন দেশ, জাতি তথা সমাজৰ বৰেণ্য মানৱ সম্পদ। এই ক্ষেত্ৰত এগৰাকী সফল মাতৃৰ অৱিহণা অপৰিসীম।

আমি জনাত দিছিৰীগএঁৱা সত্ৰৰ সত্ৰীয়া স্বৰূপে নিজকে প্ৰতিষ্ঠা কৰাৰ উপৰি ইন্দুবালা গোস্বামীয়ে কেইবাটিও আদৰ্শ সন্তান গঢ় দিয়াৰ লগতে সমাজলৈ আগবঢ়াইছে জনকল্যাণকামী বহু সেৱা। এনে এগৰাকী মাতৃৰ অভিনন্দন গ্ৰন্থ প্ৰস্তুত কৰি তেৰাৰ অভিনন্দন জনোৱা মানে সফল মাতৃ জাতিক কৃতজ্ঞতা জনোৱাৰ ই এক দৃষ্টান্তমূলক আদৰ্শ। বিশেষকৈ 'মাতৃ দেৱো ভৱঃ' এই আপ্ত বাক্যক এনে কাৰ্যৰে যথোচিৎ সন্মান প্ৰদৰ্শন কৰা হৈছে। আনহাতে অভিনন্দন কাৰ্যত থাকে অভিনন্দন ব্যক্তি গৰাকীৰ বাবে বিশেষ প্ৰেৰণা। জীৱনত বহু দুখ ভাগৰ কষ্ট সংঘাত থাকিলেও এনে কাৰ্যই অভিনন্দিত ব্যক্তি গৰাকীৰ বহু পৰিমাণে ইয়াৰ হতাশা দূৰ কৰিব পাৰে। আমাৰ ধাৰণা অভিনন্দনত ব্যক্তিৰ বাবে এক জীৱনৰ মহৌষধ। "It is Panacea to all disappointment";

সেয়ে উদ্যোক্তাসকলৰ এই প্ৰচেষ্টাৰ বাবে আমাৰ ধন্যবাদ জ্ঞাপন কৰাৰ লগতে অভিনন্দিত সফল মাতৃ শ্ৰীযুতা ইন্দুবালা গোস্বামী মহোদয়ালৈ আমাৰ শ্ৰদ্ধাপ্লুত শুভেচ্ছা আমি জ্ঞাপন কৰিলোঁ আৰু শ্ৰীশ্ৰীগোবিন্দ মহাপ্ৰভুৰ চৰণত তেখেতৰ সৰ্ব্ব প্ৰকাৰ মঙ্গলাৰ্থে আমি প্ৰাৰ্থনা জনালোঁ।

ইতি,

(শ্ৰীশ্ৰীআউনীআটীয় গোস্বামী)

।। জয় যাদৱ ৰায়।।

শ্ৰীশ্ৰী দক্ষিণপাটীয় সত্ৰাধিকাৰ গোস্বামী
**শ্ৰীশ্ৰী দক্ষিণপাট সত্ৰ**
মাজুলি,-৭৮৫১০২ (অসম)



*শ্ৰীশ্ৰী দক্ষিণপাট চটাই নতুন সত্ৰ*
চটাই, যোৰহাট-৭৮৫০১০



# শুভেচ্ছাবাণী

শুভানি সন্তু সততম্
শ্ৰীযুতা (ড°) লুকুমণি গোস্বামীদেৱ্যাৰ সমীপে
সম্পাদিকা, অভিনন্দন গ্ৰন্থ 'অনন্যা ইন্দুবালা'

মহাপ্ৰভু শ্ৰীশ্ৰীযাদৱেন্দ্ৰই আপোনাক সৰ্ব্বতো প্ৰকাৰে সমুজ্জ্বলে ৰক্ষা কৰক। গোলাঘাট লেখিকা পৰিষদৰ উদ্যোগত আৰু আপোনাৰা সম্পাদনাত শ্ৰীযুতা ইন্দুবালা গোস্বামী দে ৱ্যাৰ সাধনালব্ধ জীৱন যাত্ৰাৰ সম্যক অৱলোকনকৰ উদ্দেশ্য এভাগী অভিনিনন্দন গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰাৰ বাৰ্তাতে আমি আনন্দিত হৈছো। এক সংস্কাৰকামী জীৱন মাত্ৰাৰে, মানৱ দৰদী সহৃদয়তাৰে সমাজ জীৱনৰ সৈতে সুগভীৰভাৱে একাত্ম হোৱা এনে গৰাকী ব্যক্তিৰ জীৱন লেখা কিম্বা কৰ্মবহুল জীৱনৰ আলোকপাত কৰা কাৰ্য সঁচাই প্ৰশংসনীয়। যাৰ যোগেদি উত্তৰপুৰুষৰ বাবে আৰ্হি আদৰ্শৰ চানেকী ৰখাৰ লগতে কৃতজ্ঞতা সূচক অভিনন্দনেৰে তেনে সকল ব্যক্তিক কিঞ্চিৎ সুখানুভূতিও প্ৰদান কৰিব পাৰি। এনে দৃষ্টিকোণৰ পৰা আপোনাসৱৰ কৰ্মৰাজিৰ গুৰুত্বতা অধিক।

আপোনাৰ উদ্দেশ্য সফল হওঁক, গ্ৰন্থভাগী সৰ্ব্বাংগ সুন্দৰ ৰূপত আত্ম প্ৰকাশ কৰাওক তথা ইন্দুবালা গোস্বামীদেৱ্যাৰ সৰ্ব্বাপদ সুমঙ্গলাৰ্থে মহাপ্ৰভুৰ চৰণত প্ৰাৰ্থনা জনোৱা হৈছে।

ইতি

শ্ৰীশ্ৰী ননী গোপাল দেৱ গোস্বামী।
(শ্ৰীশ্ৰী ননী গোপাল দেৱ গোস্বামী)




**Chandraprabha Saikiani Centre for Women's Studies**
Tazpur Universiti
(A Central University)
Napaam-784 028, Assam, India



# শুভেচ্ছাবাণী

নগাঁও জিলাৰ কামপুৰৰ নিবাসী ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ কণিষ্ঠা কন্যা, গোলাঘাট শ্ৰীশ্ৰীদিছিৰীগঞা সত্ৰৰ সত্ৰাধিকাৰ চণ্ডিকা বল্লভ গোস্বামীৰ সুযোগ্যা পত্নী ইন্দুবালা গোস্বামীৰ জীৱন আৰু কৰ্মভিত্তিক এখনি 'অভিনন্দন গ্ৰন্থ' প্ৰকাশৰ আয়োজন কৰাত গোলাঘাট জিলা লেখিকা পৰিষদলৈ নথৈ কৃতজ্ঞতা আগবঢ়ালো।

শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ দৰে এগৰাকী সত্ৰীয়া বিদুষি মহিলাৰ কৰ্মময় জীৱনলৈ গোলাঘাট জিলা লেখিকা পৰিষদে বিভিন্নজনৰ লিখনিৰে যি সম্ভাৰ আগবঢ়াই মহিলা গৰাকীৰ বদান্যতা প্ৰকাশ কৰাৰ প্ৰয়াস কৰিছে তাৰ বাবে গোলাঘাট জিলা লেখিকা পৰিষদ অতিশয় প্ৰশংসনীয় আৰু ধন্যবাদাৰ্হ। পৰিষদৰ লগতে আমিও এটি শুভেচ্ছাবাৰ্তা উক্ত অভিনন্দন গ্ৰন্থলৈ প্ৰেৰণ কৰি শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ দীৰ্ঘায়ু আৰু উত্তৰোত্তৰ কুশল কামনা কৰিলো।

মাধুৰীমা গোস্বামী

**(মাধুৰীমা গোস্বামী)**
অধ্যাপক
দূৰভাষ ঃ- ৯৪৭৬৬৭৭৬২২
মহিলা অধ্যয়ন কেন্দ্ৰ
তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়
তেজপুৰ, অসম।



পিতৃঃ
ৰায়চাহাব গোলোকচন্দ্ৰ গোস্বামী



মাতৃঃ
গৌৰীপ্ৰিয়া গোস্বামী



স্বামীঃ
চণ্ডিকা বল্লভ গোস্বামী





# “অনন্যা ইন্দুবালা” আৰু কিছু অনুভৱ......

সম্পাদকীয়

“Look at the world through women's eyes.” হাৱাৰেত অনুষ্ঠিত হোৱা মহিলা সন্মিলনৰ উদ্দেশ্য আছিল ‘পৃথিৱীখন নাৰীৰ চকুৰে চোৱা’। সঁচা অৰ্থত এগৰাকী নাৰীয়ে নিজৰ লগতে স্বগৃহ আৰু সমাজৰ উন্নতিৰ বাবে দূৰদৃষ্টিসম্পন্ন গুণেৰে অধ্যয়ণ কৰিব পৰাৰ যি দক্ষতা, সেইয়া হয়তো কেইবাজনো পুৰুষৰ সমষ্টিৰেও কেতিয়াবা হৈ নুঠিব পাৰে।

প্ৰত্যেকগৰাকী মহিলাই প্ৰকৃতাৰ্থত একোগৰাকী যুঁজাৰু। জীৱন সংগ্ৰামত ভাগৰি নপৰা এই মহিলা সকলক সন্মান প্ৰদৰ্শন কৰি শ্ৰীমদ্ভাগৱৎ গীতাৰ বিভূতি যোগত শ্ৰীকৃষ্ণই সেইবাবেই কৈছে— “কীৰ্তি, শ্ৰী, বাণী, স্মৃতি, মেধা, ধৃতি আৰু ক্ষমা—এই সপ্ত শক্তিৰ আধাৰ হৈছে নাৰী। মই তাৰ মাজতেই বিদ্যমান। নাৰীৰ এই সপ্ত শক্তিৰ মাজতেই মোক বিচাৰি পাবা”।

সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ অন্তৰ্গত গোলাঘাট জিলা লেখিকা পৰিষদে পৰ্যায়ক্ৰমে একোগৰাকী মহিলাৰ জীৱনগাথাৰ ওপৰত একোখনি গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত নিতান্তই প্ৰশংসনীয়। গোলাঘাট জিলা লেখিকা পৰিষদৰ অন্য এক মহৎ চিন্তা হ’ল যে, কাৰ্বি-আংলং জিলাৰ শিলনিজানৰ শ্ৰীশ্ৰী দিছিৰীগএঁও সত্ৰৰ বিদূষী মহিলা শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ

জীৱনৰ নানা দিশ আলোকপাত কৰি এখনি অভিনন্দন গ্ৰন্থ প্ৰস্তুত কৰণ। এই বৃহৎ অনুষ্ঠানটিৰ এনে ধৰণৰ সিদ্ধান্তই সমাজ জীৱনলৈ সামান্যতম অৰিহণা যোগোৱা অন্যান্য মহিলাসকলকো উৎসাহিত কৰিছে।

সুখৰ বিষয় যে গোলাঘাট জিলা লেখিকা পৰিষদে ইতিমধ্যে সমাজৰত্ন আৰতি শইকীয়া, ড° সুখ বৰুৱা, স্বৰ্ণ শইকীয়া, জয়দা দেৱী, বীণা গোঁহাই, সুৱৰ্ণ শইকীয়া বৰদলৈ আৰু আজিৰ দিনটোত শ্ৰদ্ধেয়া ইন্দুবালা গোস্বামীলৈ আগবঢ়োৱা শ্ৰদ্ধাপূৰ্ণ সম্বৰ্দ্ধনা গোলাঘাট জিলা লেখিকা পৰিষদৰ ইতিহাসত সোণালী আখৰেৰে লিপিৱদ্ধ হৈ ৰ'ব।

এইগৰাকী মহিমাময়ী নাৰীৰ জীৱনাদৰ্শৰ ওপৰত প্ৰস্তুত কৰিবলৈ লোৱা গ্ৰন্থখনিৰ সম্পাদনাৰ দায়িত্ব গোলাঘাট জিলা লেখিকা পৰিষদৰ এগৰাকী সদস্য হোৱাৰ বাবেই সভাৰ সিদ্ধান্তমৰ্মে এই অভাগিণীৰ হাততে অৰ্পণ কৰিলে। নিজকে উপযুক্ত বুলি বিবেচনা নকৰিলেও গোলাঘাট জিলা লেখিকা পৰিষদৰ দৰে এটি সন্মানীয় অনুষ্ঠানৰ অনুৰোধ উপেক্ষা কৰাৰ সাহস গোটাব নোৱাৰিলো। লগতে অনাবিল আনন্দেৰে মন মগজু ভৰি পৰিল। কাৰণ ইন্দুবালা গোস্বামীৰ লগত আমাৰ এটা নিকট সম্পৰ্ক আছে। সম্বন্ধত তেখেত মোৰ মামী শাহু। তেখেতৰ সান্নিধ্য মোৰ বাবে প্ৰেৰণাৰ উৎস। তেখেত মোৰ বাবে এগৰাকী আদৰ্শ মহিলা। এই আপাহতে জিলা লেখিকা পৰিষদৰ প্ৰস্তাৱটি মই সাদৰেৰে গ্ৰহণ কৰিলোঁ।

সমাজ এখন সুস্থ ভাৱে বৰ্তি থাকে কিছুমান ব্যক্তিৰ সৎ চিন্তা চেতনাৰ প্ৰভাৱত। এই সকল ব্যক্তিৰ চিন্তা প্ৰক্ৰিয়া আৰু কৰ্ম পদ্ধতিৰ প্ৰতি গভীৰ আস্থা ৰাখে বহু প্ৰত্যাশী একোখন সমাজৰ ব্যক্তি বিশেষে। মাজে মাজে ভাৱ হয় আমি আমাৰ সতি-সন্তানসকলক একোখন উচ্ছৃংখল সমাজত এৰি থৈ যাব লাগিব নেকি ? কিন্তু ইয়াৰ বিপৰীতে এচাম সজ আদৰ্শযুক্ত ব্যক্তিক দেখাৰ লগে লগেই বুকু ডাঠ হয়। ভাৱ হয় সমাজ সুস্থভাৱে নিৰ্দিষ্ট গতিতেই চলি আছে। কিয়নো ব্যক্তি আৰু সমাজ পৰস্পৰ বিৰোধী নহয়। এটা আনটোৰ সহায়ক আৰু পৰিপূৰকহে।

অনেক সময়ত আমি ভাবিবলৈ বাধ্য হওঁ, আমাৰ সমাজখন পুৰুষ প্ৰধান সমাজ। মনুস্মৃতিৰ যুগৰ পৰাই নাৰী হৈ পৰিল পুৰুষৰ অধীন। কিয়নো—

## অনন্যা ইন্দুবালা

"পিতা ৰক্ষতি কৌমাৰে
ভৰ্তা ৰক্ষতি যৌৱনে,
ৰক্ষন্তি স্থৱিৰে পুত্ৰা,
ন স্ত্ৰী স্বাতন্ত্ৰমৰ্হতি"

এই কথাষাৰেও নাৰীসকলক ভবাই তুলিবলৈ বাধ্য হয় যে, প্ৰকৃততে নাৰী জাতি সকলো সময়তে পুৰুষৰ অধীন নেকি? কিন্তু বৰ্তমান এই ধাৰণাৰ সলনি হৈছে। পৰিয়াল তথা সমাজৰ অগ্ৰগতিত পুৰুষৰ সমানেই মহিলাই দায়িত্ব সহকাৰে মুকলি মনেৰে কাম কৰি গৈছে। পৰিয়ালৰ ভৰণ- পোষণ, সন্তানৰ শিক্ষা, ব্যৱসায়-বাণিজ্য এই সকলোতে মহিলাসকল কোনো গুণেই পুৰুষৰ পিছপৰা নাই। সেইবাবেই মহাপুৰুষ শংকৰদেৱে কৈছে।

"প্ৰকৃতি পুৰুষ হৈবা এক মতি।
তেহে সিজিব হৰিত ভকতি।।"

ইন্দুবালা গোস্বামীৰ জীৱনশৈলীৰ বিষয়ে আমাৰ বহু কথা অজ্ঞাত হৈ আছিল। বিভিন্নজনৰ লেখনি সমূহে এইগৰাকী স্বনামধন্যা মহিলাৰ অপাৰ গুণৰাজি পোহৰলৈ আনিছে। অনুভৱ হৈছে তেখেত অনন্যা।

'অনন্যা ইন্দুবালা'ৰ সম্পৰ্কে বিভিন্ন চিন্তা-চৰ্চা বা কাম হাতত লওঁতে বহু সময়ত উজুটি খাব লগা হৈছে। নানা ঘাত-প্ৰতিঘাতৰ সন্মুখীন হৈয়ো বিবেকৰ নিৰ্দেশনাত আগুৱাই যোৱা চেষ্টা ৰাখিলো। এনে এটা মহৎ কামত যিহেতু স্বাৰ্থ জড়িত হৈ নাথাকে বৰং বহুখিনি ব্যক্তিৰ সান্নিধ্যলৈ অহা কোনো ব্যক্তিৰ জীৱনৰ নানা দিশ উন্মোচিত হোৱাৰ সুবিধাহে আছে। এই উন্মোচিত দিশসমূহে সংসাৰ যাত্ৰাত হাবুডুবু খাই থকা বহু মানুহক উৎসাহিত কৰাৰ প্ৰচুৰ সম্ভাৱনাহে থাকিব পাৰে।

গোলাঘাট জিলা লেখিকা পৰিষদে অভিনন্দন গ্ৰন্থ এখনি প্ৰকাশৰ লগতে সাঁচিপতীয়া পুথি আৰু কাব্য শাস্ত্ৰৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰা শ্ৰীশ্ৰীদিছিৰীগএঁৱা সত্ৰৰ শোভনেশ্বৰী দেৱী গোস্বামীৰ পৱিত্ৰ স্মৃতিত এটি স্মাৰক বঁটা প্ৰচলন কৰাৰ সিদ্ধান্ত নিত্যান্তই আদৰণীয়। এই স্মাৰক বঁটাটি প্ৰথমবাৰৰ বাবে প্ৰদান কৰা হ'ব বোকাখাতৰ বিশিষ্ট শিক্ষাবিদ, প্ৰেৰণাময়ী অন্নদা শইকীয়া মহোদয়াক।

# অনন্যা ইন্দুবালা

১৯৯৭ চনতে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা প্ৰকাশিত 'লেখিকাৰ জীৱনী'ত শোভনেশ্বৰী গোস্বামীৰ দ্বাৰা সৃষ্ট সাহিত্যৰাজিক ইন্দুবালা গোস্বামীয়ে এটি প্ৰৱন্ধেৰে সহৃদয় পাঠক সমাজলৈ আগবঢ়াই দিয়ে। এই প্ৰৱন্ধটি 'অনন্যা ইন্দুবালা'ত পুনৰ সংযোজন কৰা হৈছে।

নিমজভাৱে চলি থকা ইন্দুবালা গোস্বামীৰ জীৱনলৈ হঠাতে আহি পৰা কলীয়া ডাৱৰে তেখেতৰ বিবেকবান ব্যক্তিসত্বাক জাগৰিত কৰি সৰু সৰু সন্তান কেইটাক মানুহ কৰা, সমাজৰ দায়িত্বপূৰ্ণ আহ্বানক স্বীকৃতি দিয়া আদি মহাশক্তিবান দিশ সমূহক কামত খটুৱাৰ সুবিধা দিলে। সেইবাবেই ইন্দুবালা এগৰাকী অনন্যা নাৰী।

এইগৰাকী মহিমাময়ী মহিলাৰ জীৱন ৰচনাৰ ক্ষেত্ৰত বিভিন্ন জনৰ চিন্তা চৰ্চাক আৰু মুকলি প্ৰকাশক জুকিয়াই লৈ গ্ৰন্থৰূপে সজাই তোলাত আমাৰ অনেকখিনি আসোঁৱাহ ৰৈ যাব নিশ্চয়। এই দোষৰ বাবে সহৃদয় পঢুৱৈ সমাজৰ ওচৰত নতশিৰে ক্ষমা ভিক্ষা মাগিলো। পূৰ্বতেই স্বীকাৰ কৰিছোঁ আমাৰ অপাৰগতাক। তথাপিও সুধীজনৰ আশিস শিৰত লৈ এই গধুৰ কাৰ্যফেৰাত আন্তৰিকতাৰে হাত দি নিজেও সন্তোষিত হৈছোঁ কাৰণ এই কাৰ্যৰ দ্বাৰা বিশেষ বিশেষ ব্যক্তিসকলৰ আন্তৰিক সান্নিধ্য লাভ কৰাৰ উপৰি অভিজ্ঞতাপুষ্ট হোৱা যেনো অনুভৱ কৰিছোঁ। শ্ৰদ্ধাৰ পাঠকসকলে গ্ৰন্থখনি আন্তৰিকতাৰে আকোঁৱালি ল'লে আমি নিশ্চয় কৃতাৰ্থ হ'ম। সম্পাদনাৰ অপাৰ আনন্দ তাতে নিহিত হৈ থাকিব। ধন্যবাদ।

ইতি,
বিনীত
লুকুমণি গোস্বামী
সম্পাদিকা,
অনন্যা ইন্দুবালা
১৭ জুন, ২০১৮ চন।

## সম্পাদিকাৰ কৃতজ্ঞতা

—সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ লগতে গোলাঘাট জিলা লেখিকা পৰিষদলৈ কৃতজ্ঞতা জনালো।

—শুভেচ্ছাবাণীৰে গ্ৰন্থখনিৰ গাম্ভীৰ্য বঢ়াই তোলাত সহায় কৰা নমস্য ব্যক্তিসকললৈ শ্ৰদ্ধাসহ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

—সন্মানীয় লেখক-লেখিকা সকলৰ মূল্যৱান লেখনিসমূহৰ বাবে সকলোলৈকে কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ। এইসকল লেখক-লেখিকাৰ প্ৰতি চিৰদিন কৃতজ্ঞ হৈ ৰ'ম।

—লেখিকা পৰিষদৰ উপদেষ্টা শ্ৰদ্ধাৰ অপূৰ্ব কুমাৰ বৰুৱা দেৱৰ লগতে সভানেত্ৰী আৰু সম্পাদিকা ক্ৰমে ডালিমী শইকীয়া বৰা আৰু ৰূপা শইকীয়াৰ পৰা সকলো সময়তে পোৱা আন্তৰিক সহযোগিতাৰ বাবে কৃতজ্ঞচিত্তে শলাগ লৈছোঁ।

—ইন্দুবালা গোস্বামীৰ পৰিয়ালবৰ্গলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

—গ্ৰন্থখনিৰ কাম হাতত লোৱাৰ পৰা ডিটিপিৰ মেজত বহা শ্ৰীমান উৎপল দাসৰ শলাগ নিশ্চয়কৈ ল'বই লাগিব।

—লিখনিসমূহৰ বানানৰ শুদ্ধতা ৰক্ষা কৰাত সহায় কৰা মোৰ ছাত্ৰ তথা সাংবাদিক দিগন্ত কুমাৰ বৰা আৰু অধ্যাপিকা আনমনা গগৈলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

—বেটুপাতটি সজাই পৰাই গ্ৰন্থখনি সুন্দৰ কৰি তোলাত সহায় কৰা ৰাজীৱ আগমাচাৰ্য আৰু উৎপল দাসলৈ ধন্যবাদৰ লগতে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

—ভৱানী অফছেট এণ্ড ইমেইজিং ছিষ্টেমছ্ প্ৰাঃলিঃ কৰ্তৃপক্ষই 'অনন্যা ইন্দুবালা'ক গ্ৰন্থৰ আকাৰলৈ সুন্দৰভাৱে ৰূপ দি আমাক সন্তোষিত কৰিলে। এই সুযোগতে প্ৰতিষ্ঠানটিৰ শলাগ ল'লো।




# চিৰ চেনেহী মোৰ ভাষা জননী

(গোলাঘাট জিলা লেখিকাপৰিষদৰ হৈ একাষাৰ)

গোলাঘাট জিলা লেখিকা পৰিষদ

জয়জয়তে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ অন্তৰ্গত গোলাঘাট জিলা লেখিকা পৰিষদৰ তৰফৰ পৰা সাহিত্যনুৰাগী সুধী সমাজলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা আৰু ওলগ জ্ঞাপন কৰিলো।

সাহিত্যৰ মাধ্যমেদি অসমৰ মহিলাসকলক সাংস্কৃতিক আৰু বৌদ্ধিক বিকাশৰ সুযোগ দান কৰি আত্ম প্ৰতিষ্ঠা লাভ কৰা আৰু নিজ ভাষা সাহিত্যৰ উত্তৰণত উদগণি জনোৱাৰ অভিপ্ৰায়েৰে ১৯৭৪ চনত সদৌ অসম লেখিকা সমাৰোহ সমিতি প্ৰতিষ্ঠা কৰা হয়।

এনে উদ্দেশ্যৰ প্ৰতি সঁহাৰি জনাই অসমী আইৰ চোতালত সহস্ৰগৰাকী আদৰ্শৱান জীয়ৰী- বোৱাৰী, গুণী-জ্ঞানী, সমাজপ্ৰাণ মহিলাই নিজৰ ক্ষুদ্ৰ স্বাৰ্থ বিসৰ্জন দি জাতিৰ ভাষা সাহিত্য সংস্কৃতিৰ সৰ্বাঙ্গীন উন্নতিৰ হকে আশা শুধীয়া প্ৰচেষ্টাৰে আত্ম নিয়োগ কৰি এই মহান কাৰ্য সমাধা হোৱাত ব্ৰতী হ'ল।

সেয়া যাই কি নহওঁক— সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে সাহিত্য সংস্কৃতিৰ জগতখনলৈ কিঞ্চিত মানো বৰঙণি আগবঢ়োৱা সকলকো পোহৰলৈ আনিব খোজে। অখ্যাত হ'লেও সমাজৰ ব্যক্তিত্ব সম্পন্ন মহিলাৰ জীৱন দৰ্শনক অনুপম বিষয়বস্তু কৰি লেখিকাৰ জীৱনী সংৰক্ষণৰ আঁচনি গৃহীত কৰিলে লেখিকা সমাৰোহৰ প্ৰতিষ্ঠাতা সভানেত্ৰী ড° শীলা বৰঠাকুৰ মহোদয়াই।

## অনন্যা ইন্দুবালা

লেখিকাৰ জীৱনীয়ে অসমীয়া মহিলাৰ জীৱনী সাহিত্যত বিকাশ আৰু প্ৰকাশৰ ক্ষেত্ৰত এক নতুন জোঁৱাৰ আনিবলৈ সক্ষম হ'ল।

আজিৰ যুগ, নাৰী প্ৰগতিৰ যুগ। ঘৰুৱা কাম-কাজৰ মাজেদি প্ৰতিদিনৰ কৰ্তব্য পালন কৰা নাৰীসত্বাকো লেখিকাই সাহিত্য, সংগীত, কলাৰ মাজত বিচাৰে। সেয়েহে নাৰী শক্তিক উদগণি দিয়া পৰ্যায়ৰ পৰা এখোজ আগুৱাই গৈ অভিনন্দন জনোৱা আৰু সম্বৰ্দ্ধিত কৰি গৌৰৱোজ্জ্বল জীৱন সুঁৱৰিবলৈ আশা পোষণ কৰিলে। এনেদৰেই জাতীয় ঐক্য আৰু প্ৰগতি সম্ভৱ কৰি তুলিবলৈ ১৯৮৭ চনৰ পৰা এই প্ৰচেষ্টা অব্যাহত আছে।

এই পৰম্পৰাকে লক্ষ্য কৰি গোলাঘাট জিলা লেখিকা পৰিষদেও যোৱা ইং ২০০৯ চনৰ ২৮ আগষ্ট তাৰিখৰ পৰা জীৱনী গ্ৰন্থ উন্মোচন দিনযোৰা কাৰ্যসূচীৰে অভিনন্দন অনুষ্ঠান অনুষ্ঠিত কৰা হৈছিল গোলাঘাটৰ সমাজৰত্ন প্ৰয়াত আৰতি শইকীয়া মহোদয়াৰ জন্মদিনৰ যোগেদি। ইয়াৰ পাছতো পাঁচগৰাকী লেখিকাক অভিনন্দন জনোৱা হ'ল। উদ্দেশ্য পাতৰ আঁৰত লুকাই থকা লেখিকাসকলক নৱপ্ৰজন্মৰ মাজত চিনাকি কৰি দিয়াৰ মানসেৰে এই পদক্ষেপ গোলাঘাট জিলা লেখিকা পৰিষদে গ্ৰহণ কৰিছে। তেখেতসকল হ'ল ক্ৰমে ড° সুখ বৰুৱা, স্বৰ্ণ শইকীয়া, জয়দা দেৱী, বীণা গোঁহাই আৰু সুৱৰ্ণ শইকীয়া বৰদলৈ।

আজি ইং ১৭/০৬/২০১৮ তাৰিখ দিনটো আমাৰ বাবে উল্লেখযোগ্য দিন। আজি আমি গোলাঘাট জিলা লেখিকা পৰিষদৰ কৰ্মকৰ্তাসকল, অভ্যৰ্থনা সমিতিৰ বিষয়ববীয়াসকল, সম্পাদনা সমিতিৰ সকলো সদস্যই এই মধুক্ষণত পৰমপিতা পৰমেশ্বৰৰ কৃপাত যিগৰাকী মাতৃক তেওঁৰ জীৱন ভিত্তিক চমু ৰচনা গ্ৰন্থ উন্মোচন কৰাই অভিনন্দন জনাবলৈ আমন্ত্ৰণ জনাইছো, তেখেত হ'ল কাৰ্বি-আংলং জিলাৰ শিলনিজানত প্ৰতিষ্ঠিত শ্ৰীশ্ৰী দিছিৰীগএঞাঁ সত্ৰৰ সত্ৰাধিকাৰ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীদেৱৰ সুযোগ্যা পত্নী মাননীয়া ইন্দুবালা গোস্বামী। তেখেত এগৰাকী সফল মাতৃ, আদৰ্শময়ী গৃহিণী, মানৱ দৰদী, সাহিত্যনুৰাগী, সমাজ সচেতক, নিজ পৰিয়ালৰ ধ্বজাধাৰিণী আদি অনেক গুণেৰে বিভূষিতা। এই সুযোগতে তেখেতৰ সুযোগ্য সন্তান সন্ততি সকলৰ প্ৰতি আমাৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলোঁ।

এইগৰাকী মাতৃৰ সচেতনতাৰ কাৰণেই আমি আন এগৰাকী মহিয়সী

নাৰী তথা লেখিকাৰ নাম আমাৰ সমাজত পোহৰৰ অনাবিল আনন্দৰে আলোকিত কৰাৰ সুবিধা পালো। তেখেত হ'ল গোলাঘাটৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ প্ৰয়াত হেড়েম্বেশ্বৰ দেৱ গোস্বামীৰ পৰিবাৰ প্ৰয়াত শোভনেশ্বৰী দেৱী গোস্বামী। এখেতে লোক সাহিত্যৰ গীত-মাত, পদ্য আদি লিখাৰ উপৰিও সাঁচিপতীয়া পুথি আৰু ১৯ শতিকাৰ শেষ ভাগত কেইবাখনো কাব্য শাস্ত্ৰ লিখাৰ উদাহৰণ আছে। আজিতেখেতৰ নামত এটি বঁটা প্ৰেৰণাময়ী শ্ৰীযুতা অন্নদা শইকীয়াক প্ৰদান কৰাৰো আয়োজন কৰা হৈছে। পাঠকসকলে এই সকলো সম্ভাৰ অভিনন্দন গ্ৰন্থত সন্মানীয় সাহিত্যিক সকলৰ লিখনিত পঢ়িবলৈ পাব।

শেষত এই অভিনন্দন অনুষ্ঠানৰ আয়োজনত সহযোগিতা আগবঢ়োৱাৰ বাবে মাননীয়া ইন্দুবালা গোস্বামীৰ পৰিয়ালবৰ্গলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো।

ধন্যবাদ

জয়তু সদৌ অসম লেখিকা সমাৰোহ সমিতি
জয়তু গোলাঘাট জিলা লেখিকা পৰিষদ

সেৱাৰে —







**ডালিমী শইকীয়া বৰা**
সভানেত্ৰী

**জয়ন্তী হিলৈদাৰী**
কাৰ্যকৰী সভানেত্ৰী

**ৰূপা শইকীয়া**
সম্পাদিকা

**গোলাঘাট জিলা লেখিকা পৰিষদ।**

# অনুক্ৰমণিকা

অ ন ন্যা * ই ন্দু বা লা

অনন্যা ইন্দুবালা

## অনন্যা ইন্দুবালা

**শ্ৰীশ্ৰীগোপালায় নমঃ**

# অভিনন্দন বাণী

—শ্ৰীশ্ৰীগোপাল চন্দ্ৰ দেৱগোস্বামী
সত্ৰাধিকাৰ, কুৰুৱাবাহী সত্ৰ
বোকাখাত

"ব্ৰহ্মানন্দং পৰম সুখদং কেৱলং জ্ঞান মূৰ্ত্তিম্।
দ্বন্দাতিতং গগন সদৃশং তত্ত্বমস্যাদি লক্ষম্।।
বন্দে নৱঘনশ্যামং পীতকৌসেয় বাস সমং।
সানন্দং সুন্দৰং শুদ্ধং শ্ৰীকৃষ্ণং প্ৰকৃতেঃ পৰম্।।"




(১৯৯৭ চনৰ ২২ জুনত গোলাঘাটৰ এমেচাৰ হলত 'চণ্ডিকা বল্লভ দেৱগোস্বামী' বঁটা প্ৰদান অনুষ্ঠানত কুৰুৱাবাহী সত্ৰৰ সত্ৰাধিকাৰ প্ৰভু, ইন্দুবালা আৰু তেওঁ দ্বিতীয় পুত্ৰ অপূৰ্ব বল্লভ)

যিজনা নিৰাকাৰ নিৰ্গুণ হৈয়ো সগুণ ৰূপে কংসৰ কাৰাগাৰত নৱ ঘনশ্যাম ৰূপ ধাৰণ কৰি জীৱৰ তৰণৰ সৰ্বশেষ নিৰ্দেশনো কৰ্মৰ দ্বাৰাই প্ৰতিভাত কৰিলে সেই শ্যাম সুন্দৰ প্ৰভু শ্ৰীকৃষ্ণৰ পাদ পদ্মত সহস্ৰবাৰ দণ্ডবৎ প্ৰণাম যাচিলোঁ।

ইতিহাস প্ৰসিদ্ধ শ্ৰীশ্ৰীদিছিৰীগএাঁ সত্ৰৰ পূৰ্বপুৰুষ সকল ভাৰতবৰ্ষৰ প্ৰাচীন

বিদৰ্ভৰ কুণ্ডিন নগৰৰ অধিকাৰী আছিল। কালক্ৰমত এই কৌণ্ডিণ্য গোত্ৰীয় পৰিয়াল সমূহ অসমলৈ আহি মাজুলীৰ দিছিৰী নামৰ স্থানত সত্ৰসভা পাতি বসতি কৰিছিল আৰু সেই সময়ৰ পৰাই দিছিৰীগঞাঁ সত্ৰনামে প্ৰখ্যাত হয় আৰু অসমৰ আহোম ৰজাৰ শাসনৰ কালত সত্ৰাধিকাৰ সকলে ৰাজসভাত উল্লেখযোগ্য ভূমিকা পালন কৰিছিল। আহোম ৰাজশাসনৰ অন্তত গোলাঘাট জিলাৰ ধনশিৰি নৈৰ কাষত সত্ৰ পাতি বসবাস কৰে। সৌভাগ্যই আগবঢ়াই লৈ যোৱাত এই বংশৰ পুণ্যশ্লোক সত্ৰাধিকাৰ ঁতাৰিণী বল্লভ দেৱগোস্বামীয়ে গোলাঘাট নগৰৰ পৰা প্ৰায় ত্ৰিশ কিলোমিটাৰ দক্ষিণত অটব্য নামবৰ হাবি পাৰহৈ বৰ্তমান কাৰ্বি-আংলং জিলাৰ অন্তৰ্গত শিলনিজানত দিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ পুণ্যশ্লোক কৰ্মযোগী গৰাকীয়ে এখনি চাহ বাগান পাতি তাতে সত্ৰৰ আৰ্হিৰে গৃহ নিৰ্মাণ কৰি সত্ৰীয়া পৰিৱেশ গঢ়ি তোলে।

তেখেতৰ এই সত্ৰতে প্ৰথম পুত্ৰ মাতৃ বুদ্ধিদা দেৱীৰ গৰ্ভত ঁ চণ্ডিকা বল্লভ গোস্বামীৰ জন্ম হয়। গাৰ্হস্থ ধৰ্মৰ অৰ্থে বিবাহ সময় হোৱাত নগাঁও জিলাৰ কামপুৰ মৌজাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব ঁগোলোকচন্দ্ৰ গোস্বামীৰ কনিষ্ঠা কন্যা শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ লগত বিবাহ পাশত আৱদ্ধ হয়। মাতৃৰ নাম গৌৰীপ্ৰিয়া গোস্বামী। জন্মস্থানতে প্ৰাথমিক শিক্ষা আহৰণ কৰি পৰৱৰ্তী উচ্চ শিক্ষাৰ ব্যৱস্থা নথকাত ঘৰতে ঘৰুৱা শিক্ষকৰ দ্বাৰা শিক্ষা আহৰণ কৰে। সেইসময়ত আখৰ লেখাৰ প্ৰাথমিক চেষ্টা কলপাতত কৰা হৈছিল। এই অভ্যাসৰ কাৰণে সেইসময়ত ছাত্ৰ-ছাত্ৰীৰ আখৰ সুন্দৰ হয়। ইন্দুবালা গোস্বামীয়ে ইং ১৯৩৩ চনৰ ২৪ ডিচেম্বৰত জন্ম গ্ৰহণ কৰে। বিবাহৰ বয়স হৈ অহাত এইগৰাকী ধৰ্মপ্ৰাণা, পতিব্ৰতা, গৃহস্থী ধৰ্ম আৰু কৰ্মত যোগ্যতা লাভ কৰা শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ লগত ১৯৫৩ চনত শ্ৰীশ্ৰী দিছিৰীগঞাঁ সত্ৰৰ পুণ্যশ্লোক সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহ হয়। কম বয়সতে এগৰাকী বোৱাৰী হৈ সাংসাৰিক জীৱন চলায় যাবলৈ অতি পাৰ্গত হৈ পৰে। সকলো বিলাক ঘৰুৱা কৰ্ম নিয়াৰিকৈ চলাই যাবলৈ সক্ষম হয়। তেখেতৰ চাৰিজন সুযোগ্য পুত্ৰ ইন্দ্ৰ বল্লভ, অপূৰ্ব বল্লভ, অৰূপ বল্লভ আৰু অমিতাভ বল্লভ। দুগৰাকী কন্যা অনিমা

আৰু পূৰ্ণিমা। পূৰ্ণিমাৰ ইতিমধ্যে বিয়োগ হৈছে। ১৯৮২ চনত স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ পথ দুৰ্ঘটনাত পতিত হৈ চিকিৎসাধীন অৱস্থাত মৃত্যু হয়। স্বামীৰ অকাল মৃত্যুত অতি ধৈৰ্য সহকাৰে ঘৰখন, সত্ৰখনি আৰু লগতে স্বামীৰ নিজ হাতে তৈয়াৰ কৰা চাহ বাগানখনিৰ তত্বাৱধান লয়। তেখেত সকলৰ গো-পালনৰ প্ৰতি বৰ আগ্ৰহ থকাত উচ্চ মানৰ গাই পুহি সন্তোষ লাভ কৰা এগৰাকী গো ৰক্ষিকা, সমাজৰ কামত লিপ্ত হৈ দিছিৰীগঞাঁ সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহ নিৰ্মাণ, গোলাঘাটৰ ষ্টেচন ৰোডৰ শহুৰৰ নামত থকা পূজা ঘৰৰ তোৰণখনি নিৰ্মাণ কৰি দিয়ে। স্বামীৰ নামত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ তোৰণখনি আৰু স্বামীৰ স্মৃতি জীপাল কৰাৰ মানসেৰে গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে স্মৃতিগ্ৰন্থ, বিয়া নামৰ পুথি আৰু আজু শাহু আইৰ শোভনেশ্বৰী দেৱীৰ নামত এটি লিখনি অসম লেখিকা পৰিষদৰ তৃতীয় খণ্ডটিত প্ৰকাশ পায়। উচ্চ মানৰ শিক্ষাৰ আৰ্হিৰে সৰ্বগুণসম্পন্না ভগৱত ভক্তি পৰায়ণা এগৰাকী বিচক্ষণ বুদ্ধি আৰু সৎসাহসী, পৰোপকাৰী গুণবিশিষ্টা শ্ৰীযুতা ইন্দুবালা গোস্বামীলৈ আমাৰ আন্তৰিক শ্ৰদ্ধাৰে অভিনন্দন পুথি ভাগত তেখেতৰ জীৱন চৰ্চা কৰিবলৈ পাই আমি অতি ধন্য হৈছো। আমাৰ পৰিয়ালৰ লগত সত্ৰীয়া সম্পৰ্ক থকাত মিত্ৰ সম্বন্ধেও আমাক সামৰি লৈছে। তেখেতৰ বৰ পুত্ৰলৈ আমাৰ বৰ বাইদেউৰ সৰু কন্যা আৰু মাজুপুত্ৰই আমাৰ অতি ঘণিষ্ঠ নগাঁৱৰ অধিবক্তাৰ জীয়ৰী, সৰু-মাজু পুত্ৰইও আমাৰ সম্পৰ্কীয় গোলাঘাটৰ আধাৰসত্ৰৰ জীয়াৰী আৰু সৰু পুত্ৰলৈ আমাৰ সৰু জীয়াৰী শ্ৰীমতী গীতাক বিয়া দি পৰিয়ালটিৰ ঘনিষ্ঠ হৈ পৰাৰ সুযোগ পাওহঁক।

শেষত প্ৰভু গোপালৰ পাদপদ্মত তেখেতৰ সু-স্বাস্থ্য আৰু দীৰ্ঘজীৱনৰ বাবে প্ৰাৰ্থনা জনালো আৰু জ্যেষ্ঠ ভাতৃসহ পৰিয়ালবৰ্গলৈ আমাৰ আন্তৰিক মৰমস্নেহ আৰু সৰ্বপ্ৰকাৰে ভগৱন্তৰ চৰণত মঙ্গলৰ প্ৰাৰ্থনা জনালো।

ওঁ শান্তি! ওঁ শান্তি !! ওঁ শান্তি !!!

**সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা প্ৰকাশিত আৰু উপ-সভানেত্ৰী স্বৰ্ণ শইকীয়াৰ দ্বাৰা সম্পাদিত 'লেখিকাৰ জীৱনী'ৰ, তৃতীয় খণ্ডত ১৯৯৭ চনত প্ৰকাশ পোৱা ইন্দুবালা গোস্বামীৰ স্ব লেখনী—**

# শোভনেশ্বৰী দেৱী গোস্বামী

গোলাঘাটৰ শ্ৰীশ্ৰী দিছিৰীগএঁৱা সত্ৰৰ হেড়েম্বেশ্বৰ দেৱ গোস্বামীৰ পৰিবাৰ শোভনেশ্বৰী দেৱী গোস্বামীয়ে ১৯০০ শতিকাৰ শেষভাগত কেইবাখনো কাব্য শাস্ত্ৰ লেখি সেই সময়ত এগৰাকী শাস্ত্ৰজ্ঞা হিচাপে জনসাধাৰণ মাজত অত্যন্ত খ্যাতি লাভ কৰিছিল। তেখেতৰ ধৰ্মশাস্ত্ৰ এখন ডাঙৰ সাঁচিপতীয়া পুথি এতিয়াও শিলনিজানৰ দিছিৰীগএঁৱা সত্ৰত সংৰক্ষিত কৰি ৰখা হৈছে। সেই সময়ত সংৰক্ষণশীল সমাজত এগৰাকী মহিলাহৈও শোভনেশ্বৰী দেৱী গোস্বামীয়ে ধৰ্ম-শাস্ত্ৰ পুথি লিখাটো কম কথা নাছিল। অৱশ্যে এইক্ষেত্ৰত তেখেতে স্বামী আৰু শহুৰেক সত্ৰাধিকাৰ কৃষ্ণমিশ্ৰ দেৱগোস্বামীৰ প্ৰেৰণা পাইছিল। সত্ৰাধিকাৰ কৃষ্ণমিশ্ৰৰ বিষয়ে বিশিষ্ট বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই 'আহোমৰ দিন' কিতাপখনত বৰ্ণনা কৰিছে— কৃষ্ণমিশ্ৰ জ্যোতিষ শাস্ত্ৰত এজন অদ্বিতীয় পণ্ডিত আছিল আৰু নিজে ২৮ খন স্মৃতিৰত্ন লিখি থৈ গৈছে। এওঁৰ দিনৰ পৰাই হেনো গ্ৰহৰ পূজা, যজ্ঞ আৰু দান আদি ব্ৰাহ্মণ সকলে নিজৰ হাতলৈ আনি দেৱজ্ঞ সকলৰ প্ৰধান উপজীব্যত অনেক পৰিমাণে বাধা জন্মায়। বৰুৱাই কৃষ্ণমিশ্ৰই লিখা জ্যোতিষ শাস্ত্ৰৰ পৰা এফাঁকি তুলি দি 'আহোমৰ দিন'ত লিখিছে—

"ণত্বা কৃষ্ণপদদ্বন্দং ণত্বা কৃষ্ণপদদ্বয়ং।
তন্যতে কৃষ্ণমিশ্ৰণ জ্যোতিষ শাস্ত্ৰেষু ৰত্নং কং।।

জ্যোতিষ শাস্ত্ৰৰ বাহিৰেও ব্যাকৰণ, স্মৃতি, ন্যায়, উপনিষদ আৰু পুৰাণাদিতো কৃষ্ণমিশ্ৰৰ অসাধাৰণ পাৰদৰ্শিতা আছিল বুলি বৰবৰুৱাদেৱে লিখিছে। উপৰোক্ত কথাখিনি শোভনেশ্বৰী দেৱীৰ জীৱন যাত্ৰাৰ পশ্চাদপট (Back Ground) হিচাবে শোভনেশ্বৰী দেৱী গোস্বামীৰ জীৱন দৰ্শনৰ বিষয়ে চৰ্চা কৰিবৰ কাৰণে লিখা হৈছে।

১৭৭৯ শকত ইংৰাজী ১৮৫৭ চনৰ কাতি মাহৰ ১৪ তাৰিখ বৃহস্পতিবাৰে গোলাঘাটৰ আমোলাপট্টিত শোভনেশ্বৰী দেৱীৰ জন্ম হয়। তেওঁ লৌহিত্য বৰুৱা ফৈদৰ যজ্ঞেশ্বৰ শৰ্মা বৰুৱা আৰু মাতৃ অন্নদা দেৱীৰ নুমলীয়া

কন্যা আছিল। সৰুকালতে পিতৃদেৱৰ যত্নত শোভনেশ্বৰীয়ে কিছু শিক্ষা লাভ কৰোতেই পিতৃ বিয়োগ হয়। মাতৃদেৱী শিক্ষাত, গৃহকাৰ্য, তাঁত বোৱা, সূতা কটা, লগুণ কটা ইত্যাদি কামত নিপুণতা লভি ১২ বছৰ বয়সত ১৭৯১ শকত ইংৰাজী ১৮৬৯ চনত দিছিৰীগঞাঁ সত্ৰৰ মহামহোপধ্যায় কৃষ্ণমিশ্ৰ দেৱ গোস্বামীৰ নুমলীয়া পুত্ৰ হেড়ম্বেশ্বৰ দেৱ গোস্বামীৰ লগত বিবাহ হয়। সেই সময়ত বাল্য বিবাহৰ প্ৰচলন আছিল। শোভনেশ্বৰীয়েও ৰজশ্বলা নোহোৱাকৈ বিবাহ হৈছিল। বিবাহৰ পিছতো তেখেতে সেই সময়ত ঘৰুৱা কামবনৰ মাজতো ৰত্নমালা, ব্যাকৰণ, জ্যোতিষ, সাহিত্য পঢ়িছিল। সেয়ে তেওঁ সকলো শাস্ত্ৰতে পাৰ্গত হৈ পৰিছিল। তেওঁ আনকি মানুহৰ 'জন্মকুন্দলী' কৰিবও জানিছিল। ১৭৯৭ শকৰ ইংৰাজী ১৮৭৬ চনত তেখেতৰ এটি পুত্ৰ সন্তান জন্ম হয়। তেওঁৰ নাম ৰখা হৈছিল গোপীকা। গোপীকাৰ পিছত ক্ৰমে তাৰিণী আৰু দুগৰাকী কন্যাৰ জন্ম হয়। বুৰঞ্জীবিদ বৰবৰুৱাই 'আহোমৰ দিন'ত গোপীকাৰ কথা গোলাঘাটৰ নামজ্বলা উকীল ৰায়চাহাব কৃষ্ণমিশ্ৰৰ বংশৰেই পদ্মফুল বুলি বৰ্ণনা কৰিছে। দ্বিতীয় পুত্ৰ তাৰিণীয়েই ১৯০৩ চনত গোলাঘাটৰ পৰা গৈ শিলনিজানত দিছিৰীগঞাঁ সত্ৰ প্ৰতিষ্ঠা কৰি মাতৃৰ নামেৰে এখন চাহ বাগিচা খোলে।

শোভনেশ্বৰীয়ে জ্যোতিষ শাস্ত্ৰৰ বহু পুথি লিখিছিল। কিন্তু সেইসময়ত সংৰক্ষণৰ অভাৱত বহু পুথি নষ্ট হয়। বৰ্তমান সংৰক্ষণ অৱস্থাত থকা সাঁচিপাতৰ পুথিখনত সত্যনাৰায়ণ পূজাবিধি, বিষ্ণুপুৰাণ আদিৰ বিষয়ে লিখা আছে। শ্ৰাদ্ধ বিধিৰ ওপৰত তেওঁ প্ৰেতৰত্ন বুলি এখন পুথি লিখিছিল। ১৮১৮ শক, ইংৰাজী ১৮৯৭ চনত তেখেতৰ বৰ জীয়েক চন্দ্ৰমালা দেৱীক মাহৰা সত্ৰৰ ৰাধানাথ গোস্বামীলৈ বিয়া দিয়ে। এই ৰাধানাথ গোস্বামীয়েই বৰ্তমান দেৰগাঁৱৰ ৰাধাবাৰী চাহ বাগিচাৰ মালিক আছিল। ১৮৩১ শক ইংৰাজী ১৯১০ চনত তেখেতে গঙ্গা, গয়া, কাশী, প্ৰয়াগ আদি ঠাই সমূহত তীৰ্থ দৰ্শন কৰিবলৈ যায়। তেখেতে অসমীয়া লোক-গীত,মাতৰ পদ্যও লিখিছিল। তেখেত ১৮৩৯ শকৰ ইংৰাজী ১৯১৭ চনৰ ৪ শাওণৰ শুক্লা দ্বিতীয়া তিথিত বৈকুণ্ঠগামী হয়।

আজি আমাৰ খ্যাত-অখ্যাত অনেক মহিলা লেখিকা সমাজত আছে আৰু সৰহ সংখ্যক মহিলাই সমাজৰ কাৰণে কাম কৰি আমাৰ মাজৰ পৰা নীৰৱে আঁতৰি গৈছে। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ সতৰ্কতাৰ বাবে আজি সেই মহিলা লেখিকা সকলৰ সম্প্ৰসাৰিত গুণাৱলী সমাজৰ আগত দাঙি ধৰি

ইতিহাসৰ সমল সংগ্ৰহত অৰিহণা যোগাইছে। শেষত এই স্মৃতিচাৰণেৰেই শোভনেশ্বৰী দেৱীলৈ গভীৰ শ্ৰদ্ধা নিবেদিলো।

—**ইন্দুবালা গোস্বামী**



ইন্দুবালা গোস্বামীয়ে সংৰক্ষণ কৰি ৰাখিছে শোভনেশ্বৰী দেৱী গোস্বামীয়ে লিখা সাঁচিপতীয়া পুথি সত্যনাৰায়ণ পূজাৰ ৰবিধি।



শোভনেশ্বৰী দেৱী গোস্বামীয়ে লিখা 'শ্ৰাদ্ধ ৰত্ন' আৰু 'কালিকা পুৰাণ' সাঁচিপতীয়া পুথি দুখন সুযোগ্য পৰিনাতি সুশান্ত গোস্বামীয়ে সযতনে সংৰক্ষণ কৰি ৰাখিছে।

# ইন্দুবালা গোস্বামীলৈ আন্তৰিক অভিনন্দন

—ড° নগেন শইকীয়া,
প্ৰথিতযশা সাহিত্যিক,
প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা



(‘চণ্ডিকা বল্লভ দেৱগোস্বামী’ স্মৃতিগ্ৰন্থ উন্মোচন কৰা মুহূৰ্তত প্ৰথিতযশা সাহিত্যিক ড° নগেন শইকীয়া)

এটি সম্ভ্ৰান্ত নৈষ্ঠিক পৰিয়ালৰ জীয়ৰী আৰু আন এটি সম্ভ্ৰান্ত নৈষ্ঠিক পৰিয়ালৰ বোৱাৰী শ্ৰীযুতা ইন্দুবালা গোস্বামীয়ে ঐতিহ্য আৰু আধুনিকতা দুয়োটা ৰক্ষা কৰি এটি আদৰ্শস্থানীয় সফল জীৱন যাপন কৰি আহিছে। এইগৰাকী অশীতিপৰ অথচ এটি সুন্দৰ স্বাস্থ্যৰে জীৱন যাপন কৰি অহা গোলাঘাটৰ ‘নাৰী-ৰত্ন’ স্বৰূপা শ্ৰীযুতা গোস্বামীক গোলাঘাট জিলা লেখিকা পৰিষদে সম্বৰ্ধনা জ্ঞাপন কৰিবৰ বাবে আয়োজন কৰি এখনি অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰিবলৈ দিহা কৰাৰ কথা জানি আনন্দিত হ’লো। তেখেতৰ স্বামী চণ্ডিকা বল্লভ গোস্বামীয়ে ১৯৮২ খ্ৰীষ্টাব্দত দুৰ্ঘটনাত শেষ নিশ্বাস পেলোৱাৰ পিছত তেখেতসকলৰ পৰিয়ালৰ ব্যৱসায়-বাণিজ্যও চম্ভালি লৈ পৰিয়ালটিক আগবঢ়াই অনাৰ উপৰিও তেখেতৰ স্বামীৰ স্মৃতিত ‘চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা’ প্ৰদানৰ তেখেতে ব্যৱস্থা কৰে। এই বঁটা সমাজৰ অৱহেলিতসকলৰ বাবে কাম কৰা আৰু সমাজৰ

মংগলৰ বাবে কাম কৰা ব্যক্তিসকলক দিয়া হৈছে। এই বঁটা প্ৰদানৰ অনুষ্ঠানতে তেখেতৰ স্বামীৰ স্মৃতিত গোলাঘাট সাহিত্য সভাৰ যোগেদি প্ৰকাশ কৰা এখনি গ্ৰন্থ উন্মোচন কৰাৰ মোৰ সৌভাগ্যও ঘটিছিল। সেই অনুষ্ঠানতে শ্ৰদ্ধেয়া গোস্বামী ডাঙৰীয়ানীক সাক্ষাত পোৱাৰো সুযোগ ঘটিছিল। এনে এগৰাকী সফল গৃহিণী, সফল মাতৃ আৰু সমাজৰ মংগলৰ বাবে কাম কৰি অহা আদৰ্শস্থানীয়া ব্যক্তিক ৰাজহুৱা সম্বৰ্ধনা জ্ঞাপন কৰাৰ উপলক্ষ্যে ময়ো মোৰ ব্যক্তিগত আন্তৰিক সম্বৰ্ধনা জ্ঞাপন কৰিছোঁ আৰু তেখেতে শতাধিক বৰ্ষ পৰমায়ু লাভ কৰক ইয়াকে আন্তৰিকতাৰে বাঞ্ছা কৰিছোঁ।

## নামবৰ হাবিলৈ বোৱাৰী হৈ অহা

# এগৰাকী মহীয়সী 'মা' লৈ অভিনন্দন

—অপূৰ্ব কুমাৰ বৰুৱা, প্ৰবীণ সাংবাদিক,
সাপ্তাহিক ধনশিৰি কাকতৰ স্বত্বাধিকাৰ

১৯৬০ চনতে মনত সাঁচ বহুৱাই যোৱা এখন বোলছবি চাইছিলো। য'ত 'মা' নামৰ এই বোলছবিখনত সেইদিনৰ বিখ্যাত মোহময়ী অভিনেত্ৰী মধুবালাই মূল চৰিত্ৰ 'মা'ৰ অভিনয় কৰি সকলো দৰ্শককে চকু পানী টুকি ছবিগৃহৰ পৰা ওলাই আহিবলৈ বাধ্য কৰাইছিল। আমিও এইখন ছবি তেতিয়াৰ গোলাঘাটৰ মতি টকিজ নামৰ চিনেমা হলত উপভোগ কৰিছিলো।

আজি এনে এগৰাকী মাতৃৰ বিষয়ে লিখিবলৈ কলম লওঁতে অনুভৱ কৰিলো যে এটা পৰিয়ালত এগৰাকী 'মা'ৰ অৱদান কিমান মহত্ব। হাবিতলীয়া বাটেৰে নামবৰ পাৰ হৈ শিলনিজানৰ শোভনেশ্বৰী বাগানলৈ বোৱাৰী- কইনা হৈ অহা ইন্দুবালা গোস্বামী অতি জ্ঞানী, বিদগ্ধ পণ্ডিত, নিজ হাতে অটব্য হাবি ভাঙি চাহ বাগান খোলা পুৰুষ তাৰিণী বল্লভ গোস্বামীৰ সুযোগ্য পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ (বুপকন দাদাৰ) ঘৰলৈ যেন এগৰাকী বোৱাৰী ৰূপত দেৱকন্যাহে আহিল। এয়া আমাৰ নিজ চকুৰ আগত দেখা কথা। এখন ভাগো ভাগো হোৱা ঘৰ যেন এই গৰাকী মহীয়সী মাতৃয়ে পুনৰ ৰসাল কৰি চাৰিজন পুত্ৰ আৰু দুগৰাকী কন্যাৰ মাতৃহৈ আকৌ শিলনিজানৰ ঘৰখন জয়জয় ময়ময় কৰিলে। তেখেতে বুপকন দাদাৰ গুণৰাজি বিকশিত কৰি বিদ্যায়তনিক চিন্তাধাৰাৰে দিছিৰীগঞাঁৰ প্ৰাচীন সত্ৰভাগ জাগ্ৰত কৰি তুলি তেতিয়াৰ মিকিৰ পাহাৰ (কাৰ্বি আংলং)ত সনাতন হিন্দু ধৰ্ম প্ৰসাৰ আৰু প্ৰচাৰ কৰা একক সত্ৰ বুলি খ্যাতি অৰ্জন কৰালে। সেয়ে সেইগৰাকী মাতৃ (নবৌ) লৈ এই সুযোগতে অভিনন্দন জনালো। তেখেতৰ দৃঢ় মনটোৰে বুপকন দাদাক সাহস নিদিয়া হ'লে আজি এই প্ৰখ্যাত শোভনেশ্বৰী চাহ বাগিচা নামবৰ নদী চাহ বাগিচাৰ অন্তৰ্গত হ'লহেতেন। এইক্ষেত্ৰত শ্যামৰায়পুৰ বাগিচাৰ তেতিয়াৰ মালিক অসমীয়া

## অনন্যা ইন্দুবালা

সাহিত্যৰ চিৰনমস্য হেমচন্দ্ৰ গোস্বামীৰ সুযোগ্য পুত্ৰ প্ৰয়াত শৰৎচন্দ্ৰ গোস্বামীৰ সহায় সহযোগ আমি দেখা মতে আজি প্ৰণিধানযোগ্য। সেয়া যোৱা শতিকাৰ ষাঠিৰ দশকৰ কথা। যেতিয়া বহুতো অসমীয়া মানুহৰ চাহ বাগিচা পানীৰ দামত কলকতীয়া পুঁজিপতিৰ হাতলৈ গ'ল। চাহৰ বিগত দুটা শতিকাৰ বেপেৰুৱা অধ্যয়ন কৰিলে দেখা পোৱা যায় যে প্ৰতি ৫০-৬০ বছৰ মূৰে মূৰে চাহ বাগানবোৰ বেপাৰৰ ক্ষেত্ৰত বিপৰ্যয়ৰ সন্মুখীন হয়। সেয়ে ষাঠিদশকৰ এই প্ৰতিটো দিনৰ কথা মনত সজীৱ হৈ আছে।

নগাঁৱৰ কামপুৰৰ এটা সংস্কৃতিৱান পৰিয়ালৰ উল্লেখনীয় ব্যক্তি ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীৰ কনিষ্ঠা কন্যা এই গৰাকী নবৌ ইন্দুবালা গোস্বামী সঁচাকৈয়ে এক ব্যক্তিত্ব সম্পন্ন উদাৰমনৰ জীয়াৰী আছিল। ইন্দুবালা গোস্বামী সত্ৰীয়া নীতি-নিয়ম মানি চলাৰ উপৰিও অত্যাধিক অতিথি পৰায়ণ আছিল। সেয়ে তেখেত শিলনিজানৰ ঘৰলৈ অহাত পুনৰ এই শকত পৰিয়ালটোৰ সকলো জ্ঞাতি-কুটুম আৰু স্থানীয় গওঁৰ্ঁক এডাল সূতাৰে বান্ধি জয়জয় ময়ময় অৱস্থাত উপনীত কৰোৱাৰ কথা আজিও আমাৰ চকুৰ আগৰ ভাঁহি আছে।

মই বৰ সন্তোষ পাইছো যে শ্ৰীমান ইন্দ্ৰ বল্লভ, অপূৰ্ব বল্লভ, অৰূপ বল্লভ আৰু অমিতাভ বল্লভৰ দৰে সুযোগ্য পুত্ৰ সকলে এই গৰাকী মাতৃৰ গুণৰাজিৰ গৰিমা আমাক স্মৰণ কৰি দুৱাষাৰ লিখাৰ সুবিধা দিলে। গোলাঘাটৰ অন্যতম বৌদ্ধিক চিন্তাৰ, সাহিত্য সংস্কৃতিৰ বাহক মহিলা সংগঠন জিলা লেখিকা পৰিষদে এই গৰাকী ডাৱৰৰ আঁৰত এচুকত পৰি থকা বিশিষ্ট মহিলা শ্ৰীযুতা ইন্দুবালা গোস্বামীক ৰাইজৰ মাজলৈ আনি চিনাকি কৰাত আগভাগ লোৱাটো সঁচা অৰ্থত এক উল্লেখনীয় পদক্ষেপ। শ্ৰীযুতা স্বৰ্ণ শইকীয়াৰ দিনতো এইগৰাকী মহিলা লেখিকা পৰিষদৰ লগত জড়িত আছিল বুলি আমি গম পাইছোঁ। ভৱিষ্যতেও আমাক গোলাঘাটৰ ঐতিহ্যবাহক গোলাঘাট জিলা লেখিকা পৰিষদে এনেকৈ ঘৰুৱা পৰিৱেশত ডাৱৰৰ আঁৰত সোমাই থকা তাহানিৰ মহিলাসকলক নতুন প্ৰজন্মৰ লগত চিনাকি কৰি দিলে বুৰঞ্জীয়ে এই ধাৰাকো নিশ্চয় সাৱটি ল'ব।

মহাভাৰতীয় সংস্কৃতিৰ পৰাই অসমীয়া সংস্কৃতিৰ পূৰ্বৰ ভাৰতীয় প্ৰকাশ।

ভাৰতীয় সংস্কৃতিৰ মধ্যযুগীয় যি বিকাশ পূৰ্বভাৰতীয় সংস্কৃতিত প্ৰতিফলিত হৈছিল সিয়েই হৈছে অসমীয়া সংস্কৃতি। গতিকে অসমৰ মহিলা লেখিকা সকলে যাতে এই ধাৰা আৰু প্ৰস্ফুটিত কৰে তাৰে কামনাৰে সদৌটিলৈ ধন্যবাদৰ শৰাই আগবঢ়াই আজিলৈ সামৰিলো জ্যোতিপ্ৰসাদৰ এফাঁকি কবিতাৰে মধুৰেণ সমাপ্ত কৰিলোঁ ঃ

“প্ৰাগজ্যোতিকা মই
কামৰূপিকা মই
নিজৰা লাস্যময়ী
ময়ে অসমীৰ
ময়ে ভাৰতীৰ
ছোৱালী কবিতাময়ী”...



(ঘৰুৱা পৰিৱেশত ইন্দুবালা আৰু ডাঃ মুকুল শৰ্মাৰ মাতৃ অকণি দেৱী)



# ইন্দুবালা গোস্বামীৰ কৃতিত্ব আৰু আদৰ্শৰ চানেকি

—বিশ্বেশ্বৰ হাজৰিকা,
শিক্ষাবিদ তথা বুদ্ধিজীৱী, গুৱাহাটী

গোলাঘাট জিলাৰ অন্তৰ্গত বৰপথাৰ শিলনিজান অঞ্চলৰ দিছিৰীগএঁা সত্ৰ বহুত পুৰণি। আমি বৰপথাৰত পঢ়ি থকা কালৰে পৰা নাম শুনি আহিছো। কেৱল নাম শুনাই নহয় এই সত্ৰলৈ ছাত্ৰ অৱস্থাতেই গৈছো। বৰপথাৰত বহুত দিনৰ আগতেই ছাত্ৰ কংগ্ৰেছে প্ৰতিষ্ঠা লাভ কৰিছে। এই ছাত্ৰ কংগ্ৰেছৰ স্থানীয় উদ্যোগী ছাত্ৰ অযোধ্যা প্ৰসাদ গোস্বামী সভাপতি আছিল। সম্পাদক আছিল গঙ্গা বাহাদুৰ ছেত্ৰী। মই আছিলো সেই অনুষ্ঠানৰে সহকাৰী সম্পাদক। সভাপতিয়ে মোৰ ওপৰতহে বেছি দায়িত্বভাৰ ন্যস্ত কৰিছিল। বৰপথাৰ অঞ্চলৰ কংগ্ৰেছৰ স্বাধীনতা সংগ্ৰামী লোক সকলক আমি লগ ধৰি স্বাধীনতা সংগ্ৰাম আৰু দেশৰ সমাজ সংগঠনৰ বিষয়ে অভিজ্ঞতা অৰ্জন কৰিছিলো। ছাত্ৰ কংগ্ৰেছৰ সভাপতি অযোধ্যা প্ৰসাদ গোস্বামীৰ অতি ঘনিষ্ঠ উক্ত সত্ৰৰ অগ্ৰজ ব্যক্তি গোপিকা বল্লভ গোস্বামী, তেৰাৰ ভাতৃ তাৰিণী বল্লভ গোস্বামীৰ সহযোগিতাত আমি দেশ আৰু সমাজ সেৱাৰ পদৰেণু লাভ কৰিবলৈ সক্ষম হৈছিলো। শ্ৰদ্ধাৰ গোপিকা বল্লভ গোস্বামী কেৱল গোলাঘাটৰেই নহয় সমগ্ৰ অসমৰে এজন সু বিখ্যাত সমাজ

সংস্কাৰক, সংস্কৃতিৱান প্ৰসিদ্ধ পুৰুষ আছিল।

শিলনিজানত অধিস্থিত শোভনেশ্বৰী চাহ বাগিচালৈ অযোধ্যা প্ৰসাদ গোস্বামীৰ সৈতে গৈ আমি এক নতুন অভিজ্ঞতা লাভ কৰিছিলো। এই সত্ৰৰে অন্যতম সত্ৰাধিকাৰ কৃষ্ণমিশ্ৰ এগৰাকী বিশিষ্ট শাস্ত্ৰজ্ঞ আছিল। এই বিষয়ে বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই তেওঁৰ 'আহোমৰ দিন' গ্ৰন্থত ভালদৰে উল্লেখ কৰি গৈছে। কোৱা বাহুল্য যে তেখেতে প্ৰায় ত্ৰিশখনমান 'স্মৃতিৰত্ন' গ্ৰন্থ লিখি থৈ সত্ৰ তথা অসমৰ সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। ইয়াক সদৰী কৰি এই সত্ৰৰে বিদূষী মহিলা শোভনেশ্বৰী দেৱীয়েও সেই কালতেই সাঁচিপতীয়া আকাৰত পুথি লিখিবলৈ প্ৰেৰণা লাভ কৰিছিল। এই বিষয়ে বিতং সম্ভেদ লাভ কৰিবলৈ সমৰ্থ হোৱা সদৌ অসম লেখিকা সমাৰোহৰ তৃতীয় খণ্ডত প্ৰকাশিত শ্ৰীমতী ইন্দুবালা গোস্বামীৰ তথ্য সম্বলিত লেখনীৰ দ্বাৰা। আধুনিক কালত তেখেতে এই সকলো খিনি সত্ৰৰ ঐতিহ্য সম্ভাৰৰ বিষয়ে লিখি অসমীয়া সমাজত সদৰি কৰি তুলিছে। বিশেষকৈ শ্ৰীযুতা ইন্দুবালা গোস্বামীয়ে স্বামীৰ চাহ বাগিচাকে ধৰি ব্যৱসায় বাণিজ্য আৰু পৰিয়ালৰ দায়িত্ব বহন কৰিও প্ৰাচীন কালৰ লিখিত সাঁচিপতীয়া পুথি সমূহ সংগ্ৰহ কৰি শোভনেশ্বৰী দেৱীৰ নাম উজ্জ্বল কৰি প্ৰাচীন কীৰ্তি সংগ্ৰহ আৰু প্ৰচাৰ কৰাৰ বাবে তেখেত সকলোৰে ধন্যবাদৰ পাত্ৰ।

যিহেতু মোৰ ঘৰ আৰু জন্মস্থান এই সত্ৰৰে নাতিদূৰৈত বৰপথাৰ বাৰমুখীয়া গাঁৱত, সেয়েহে ছাত্ৰ জীৱনৰ পৰাই মোৰ এই সত্ৰৰ লগত সাহিত্য সাংস্কৃতিক দিশত নিকট সম্পৰ্ক আছিল। পুৰণি কালৰ সত্ৰসভা সমূহত সাঁচিপাত তৈয়াৰ কৰি কেহেৰাজি ৰস আদিৰে মহী তৈয়াৰ কৰি সাঁচিপতীয়া পুথি লিখাৰ এক পৰম্পৰা আছিল। যিটো শোভনেশ্বৰী দেৱীয়ে আদৰ্শ দাঙি ধৰিছিল। আমাৰ বৰপথাৰ অঞ্চলৰে হৰিহৰ ভূঞা, খাট চাহ বাগিচাৰ বুধিন্দ্ৰনাথ ভট্টাচাৰ্য নামৰ এজন ব্যক্তিয়ে সাঁচিপাত আৰু চিঞাহী তৈয়াৰ কৰি দুষ্প্ৰাপ্য ধৰ্মপুথি কিছুমান সাঁচিপাতত লিখি সংগ্ৰহ কৰিছিল। শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰ এনে কাৰ্যৰ পথ প্ৰদৰ্শক আছিল। ইন্দুবালা গোস্বামীৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নেতৃত্বতে আমি এচাম আগ্ৰহী ছাত্ৰই এই কাৰ্যত মনোনিৱেশ কৰি যোগদান কৰিছিলো। আমি বহুতো ঠাইত ইয়াৰ প্ৰদৰ্শনীও কৰিছিলো।

## অনন্যা ইন্দুবালা

আমি জানিব পৰামতে এগৰাকী সত্ৰীয়া বিদূষী মহিলা হিচাপে ইন্দুবালা গোস্বামীৰ কৃতিত্ব আৰু সাহিত্য-সংস্কৃতিৰ অৱদান যথেষ্ট আছে। গয়া, বুদ্ধগয়া, বাৰাণসী, জগন্নাথ পুৰী, মথুৰা, বৃন্দাবন আদি তীৰ্থক্ষেত্ৰ ভ্ৰমণৰ অভিজ্ঞতাই সমাজত বহুতো শুভাবাৰ্তা কঢ়িয়াই আনি প্ৰচাৰ কৰিছে। নানান পুথি প্ৰকাশৰ উপৰিও স্বামীৰ স্মৃতি ৰক্ষাৰ্থে গোলাঘাটৰ এটি উচ্চ শিক্ষানুষ্ঠান, একমাত্ৰ বাণিজ্য মহাবিদ্যালয়ত এখনি তোৰণ নিৰ্মাণ কৰি দিছে। ইয়াৰ উপৰিও চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা প্ৰদান আদি কাৰ্যৰে সামাজিক কামৰ আদৰ্শ জীপাল কৰি তুলিছে। এইগৰাকী বিদূষী মহিলাৰ উত্তৰোত্তৰ কামনা কৰিলো।



# এগৰাকী মহীয়সী মাতৃ ইন্দুবালা গোস্বামী

—যজ্ঞেশ্বৰ শৰ্মা শাস্ত্ৰী
বিশিষ্ট সংস্কৃত পণ্ডিত
আঠখেলীয়া, গোলাঘাট

এই সংসাৰত ত্যাগৰ মনোভাৱেৰে জীৱন অতিবাহিত কৰিব পৰাটোৱেই হ'ল অতি মূল্যৱান আৰু মহত্ব পূৰ্ণ জীৱন দৰ্শন। যিসকলে নিজৰ পিতা-মাতা, ভাই-ভতিজাৰ দৰেই স্বামীৰ পৰিয়ালত থকা শহুৰ-শাহু, দেৱৰ-ননদ আদি সকলোকেই অন্তৰত সমানে স্থান দিব পাৰে, নিজৰ পৰিয়ালবৰ্গৰ উপৰিও ওচৰ চুবুৰীয়া, ইষ্ট-কুটুম্ব, আনকি গৃহকৰ্মী সকলকো সমতাৰ দৃষ্টি-ভঙ্গীৰে গুৰুত্ব দিব পাৰে, ভোজন ব্যৱস্থাতো সমতাৰ ব্যৱহাৰেৰে সন্তোষ দিব পাৰে, সেই সমদৰ্শী মাতৃসকলেই প্ৰকৃততে মহীয়সী মাতৃ। সেই মহীয়সী মাতৃসকলৰ ভিতৰত এগৰাকী ইন্দুবালা গোস্বামী। ঘৰ আছিল নগাঁৱৰ কামপুৰ নামে এক প্ৰসিদ্ধ অঞ্চলত, ১৯৩৩ চনৰ ২৪ ডিচেম্বৰত জন্ম হয়। পিতৃ আছিল সেই সময়ত অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু মাতৃৰ নাম আছিল গৌৰীপ্ৰিয়া গোস্বামী। ঘৰখনৰ কনিষ্ঠা কন্যা হিচাপে ইন্দুবালা গোস্বামীয়ে শৈশৱ কালৰে পৰা সকলোৰে সমাদৰ লাভ কৰি ডাঙৰ-দীঘল হৈ কামপুৰতেই এটি আদৰ্শৱান পৰিয়ালৰ পৰিৱেশত থাকি গৃহৱৰ্তী সকলো কাম কাজত আগ্ৰহান্বিত হৈ পৰা শান্তিপ্ৰিয়া ইন্দুবালা গোস্বামীয়ে প্ৰাথমিক বিদ্যালয়ত পঢ়া-শুনা কৰি থকা অৱস্থাৰ পৰাই আলহী-অতিথি শুশ্ৰূষা কৰাৰ পৰা আৰম্ভ কৰি গৃহৱৰ্তী বিশেষ বিশেষ প্ৰয়োজনীয় কৰ্ম বিলাকত পাৰদৰ্শিতা দেখুৱাই বিভূষিতা হৈ পৰে। কিন্তু সেইসময়ত কামপুৰত বসবাস কৰি থকা অঞ্চলত উচ্চ শিক্ষাৰ

কাৰণে বিশেষ কোনো সুবিধা নথকাত প্ৰাইমেৰী শিক্ষা সাং কৰি ঘৰতেই থাকি পিতৃ-মাতৃৰ তত্বাৱধানত অধ্যয়নৰত হোৱাৰ উপৰিও হাতৰবিদ্যা সমূহতো নিজৰ প্ৰতিভা বিকাশ কৰিব পাৰিছিলি বুলিও কুন্দাক্ষৰ জলঙ্গাই দি প্ৰকাশ পাইছে।

সময় বোৱতী নদীৰ সোঁতৰ দৰে পাৰ হৈ যাবলৈ ধৰিলে। লাহে লাহে বিবাহৰ যোগ্য হোৱাত বৰ্তমান কাৰ্বি-আংলং জিলাৰ শিলনিজান নামৰ প্ৰসিদ্ধ অঞ্চলত থকা শোভনেশ্বৰী চাহ বাগিছাৰ স্বত্বাধিকাৰ তথা শ্ৰীশ্ৰী দিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ দিবংগত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামী দেৱৰ সহিত বিবাহ পাশত আৱদ্ধ হয় ১৯৫৩ চনৰ কোনোবা এটি শুভলগ্নত। পিতৃৰ গৃহত শৈশৱ কালৰে পৰা গৃহস্থী জীৱনৰ কৰ্মৰাজিৰ লগত জড়িত হৈ থকাৰ কাৰণে বিবাহৰ পাছত সাংসাৰিক জীৱনৰ গতিধাৰা সুন্দৰ ভাৱে পৰিচালনাত সোণত সুৱগা চ'ৰাৰ দৰে হৈ পৰিল আৰু পতিৰ সকলো কাৰ্যতে অৰ্দ্ধাঙ্গিনী হিচাপে সহায়ৰ হাত আগবঢ়াই পতিব্ৰতা স্ত্ৰী হিচাপে খ্যাতি লভিবলৈ সক্ষম হৈছিল। নীতি বচনত কোৱাৰ দৰেই—

“কাৰ্য্যে দাসী ৰতৌ ৰম্ভা ভোজনেষু জনেনী সমা।
বিপৎযু মন্ত্ৰণাদাতা এষা নাৰী পতিব্ৰতা।।”

অৰ্থাৎ— যিগৰাকী নাৰীয়ে ঘৰৰ সকলো কাৰ্যতে নিজেই দাসী হিচাপে কৰ্ম কৰে, ৰতি কাৰ্যত স্বামীৰ সৈতে ৰম্ভাৰ দৰে সহযোগিতা কৰে, ভোজন দিওঁতে মাতৃৰ দৰে সকলোকে ভোজন দান কৰে, বিপদৰ সময়ত মন্ত্ৰীয়ে ৰজাক মন্ত্ৰণা দিয়াৰ দৰে স্বামীক সৎ পৰামৰ্শ প্ৰদান কৰে, সেইগৰাকীয়েই হৈছে এগৰাকী পতিব্ৰতা নাৰী। সাংসাৰিক জীৱনত শ্ৰদ্ধেয়া ইন্দুবালা গোস্বামী আইয়ে এই সকলো দিশ পালনৰ যোগেদি চাহ বাগানৰ সহিত পৰিয়ালটোক ভৱিষ্যত দ্ৰষ্টাৰ দৰে কিছুমান ক্ষেত্ৰত অসাধাৰণ কৰ্ম প্ৰচেষ্টাৰে থিয় দিবৰ বাবে নিজৰ মৌলিক চাবি-কাঠীৰে নিয়ন্ত্ৰিত কৰিবলৈ সক্ষম হৈছে। পৰিয়ালত আনুষ্ঠানিক শিক্ষাৰ উপৰিও ঘৰুৱা শিক্ষা, আধ্যাত্মিক শিক্ষা, অন্যান্য সৎ আচৰণ আদি ব্যৱহাৰিক শিক্ষাই যাতে বিৰাজ কৰিব পাৰে তাৰ বাবে সকলো ক্ষণতেই তেখেত এগৰাকী সচেতন মহিলা। এনে ধৰণৰ সৎ ভাৱ, সৎ চিন্তা, সৎ ব্যৱহাৰ আৰু সৎ আচৰণেই হৈছে একো একোটা পৰিয়াল সংৰক্ষণৰ মূলধন স্বৰূপ মাতৃগৰাকী। যাৰ ওপৰত পৰিয়ালটোৰ সৰ্বাঙ্গীন উন্নয়নৰ সকলো দিশ নিৰ্ভৰ কৰে। মাতৃ হ'ল দয়ালু,

ধৈৰ্য্য পবিত্ৰতা আৰু সহিষ্ণুতাৰ প্ৰতীক। সন্তানৰ প্ৰতি মৰম-স্নেহ অটুটৰাখি, পৰিয়ালৰ জ্যেষ্ঠজনক শ্ৰদ্ধা ভক্তিৰে সন্মান জনাই, অন্যান্য সকলক সম্প্ৰীতিৰ ভাৱত মনোনিৱেশ কৰাৰ উপৰিও গৃহৱৰ্তী প্ৰাণী সমূহক কৰুণাৰ দৃষ্টিৰে চাব পৰা ক্ষমতাই হৈছে আদৰ্শৱান গৃহিণীৰ সুস্থ-সৰল পদক্ষেপ। এগৰাকী সফল গৃহিণী হিচাপে ইন্দুবালা গোস্বামীৰ পাৰিবাৰিক জীৱনত দুগৰাকী কন্যা ক্ৰমে অনিমা আৰু পূৰ্ণিমা আৰু চাৰিজন পুত্ৰ ক্ৰমে ইন্দ্ৰ , অপূৰ্ব , অৰূপ আৰু অমিতাভ। এই আটাই কেইজন সন্তানকেই যথাসময়ত বিদ্যা-শিক্ষাৰে বিভূষিত কৰাই পুত্ৰ সকলকো উপযুক্ত বয়স অনুক্ৰমে বৈদিক প্ৰথা অনুসৰি জাত কৰ্মাদি উপনয়ন, সমাৱৰ্তন পৰ্যন্ত দশসংস্কাৰ কাৰ্যসমূহ স্বামীৰ সহযোগত সুসম্পন্ন কৰাই সন্তোষিত হৈছিল।

'কালস্য কুটীলা গতি' সময়ৰ গতিৰ বিষয়ে বুজিব পৰা সম্ভৱ নহয়। ল'ৰা-ছোৱালী কেইজনৰ জীৱনৰ স্থিতি স্থাপকতা সুদৃঢ় কৰিবলৈ নৌপাওঁতেই মাতৃ ইন্দুবালা গোস্বামীৰ জীৱনলৈ হঠাৎ অমানিশা নামি আহিল। তেখেতৰ স্বামী চণ্ডিকা বল্লভ গোস্বামীদেৱে ১৯৮২ চনৰ মাৰ্চ মাহৰ ১১ তাৰিখৰ দিনা নিজা বাসভৱনৰ পৰা বৰপথাৰ অভিমুখে গৈ থকা অৱস্থাত এটা গৰু পোৱালীক বচাবৰ কাৰণে হঠাতে গাড়ীখন দুৰ্ঘটনাত পতিত হ'বলগীয়া হ'ল। গুৰুতৰ ভাৱে আহত অৱস্থাত গোস্বামীদেৱক চিকিৎসাৰ কাৰণে গোলাঘাট কুশল কোঁৱৰ অসামৰিক চিকিৎসালয়ত ভৰ্তি কৰা হৈছিল যদিও ২০ মাৰ্চৰ দিনা তেখেতৰ ইহলীলা সামৰণি হোৱাত পত্নী ইন্দুবালা গোস্বামীয়েই পৰিয়ালটিৰ সমস্ত দায়িত্ব মূৰ পাতি ল'ব লগীয়াত পৰিল। তেতিয়াৰ পৰাই তেখেতক বিভিন্ন সমস্যাই জৰ্জৰিত কৰি পেলোৱা কঠিন সময়চোৱাত পৰিয়ালটোক সংৰক্ষণ দিবৰ কাৰণে অত্যন্ত দুখ আৰু মানসিক সংঘাতক আপোন কৰি লৈ জীৱনৰ চৰম কষ্ট, ত্যাগ আৰু পৰিশ্ৰমৰ যোগেদি ভৱিষ্যতৰ বাবে সুস্থ পথ নিৰীক্ষণত আগবাঢ়িবলৈ প্ৰয়াস কৰিলে।

ইফালে তেখেতৰ ডাঙৰ গৰাকী কন্যা বিবাহযোগ্য হোৱাত স্বামীৰ সপিণ্ডীকৰণ কাৰ্য পাৰহৈ যোৱাৰ পাছত গুৱাহাটীৰ নাওগোঁসাই পৰিয়াললৈ বিয়া দিয়ে আৰু তেওঁৰ তিনিগৰাকী কন্যাসহ বৰ্তমান সুখী পৰিয়াল। দ্বিতীয় গৰাকী কন্যা পূৰ্ণিমাৰ মুকলি মুৰীয়া টোলৰ এটি পৰিয়ালৰ সহিত বিবাহ কাৰ্য

সম্পন্ন হৈছিল যদিও তেওঁ ইহসংসাৰৰ পৰা চিৰবিদায় মাগিলে। ক্ৰমান্বয়ে পুত্ৰ কেইজনো কাৰ্যক্ষম হৈ আহিল। তেতিয়া অভিভাৱক হিচাপে মাতৃগৰাকীয়েই জ্যেষ্ঠতা অনুক্ৰমে বৈবাহিক কৰ্ম সমূহো সুসম্পাদন কৰাই দিয়ে। তাৰ ভিতৰত প্ৰথমজন পুত্ৰ ইন্দ্ৰ বল্লভ গোস্বামীৰ বিবাহ কাৰ্য সুসম্পন্ন হয় নগাঁৱৰ বিখ্যাত অধিৱক্তা তথা ভাগৱতী সত্ৰৰ শৰৎ চন্দ্ৰ গোস্বামীৰ জীয়ৰী শ্ৰীমতী ৰিজু গোস্বামীৰ লগত ১৯৮৮ চনত। এটিমাত্ৰ পুত্ৰ শ্ৰীমান ভাস্কৰ গোস্বামী। দ্বিতীয় পুত্ৰ অপূৰ্ব বল্লভ গোস্বামীৰ বৈবাহিক কাৰ্য সম্পাদন হয় ১৯৯১ চনত। নগাঁৱৰ প্ৰখ্যাত অধিৱক্তা, শাস্ত্ৰজ্ঞ পণ্ডিত তথা যশস্বী লেখক ত্ৰৈলোক্য নাথ শৰ্মাদেৱৰ একমাত্ৰ কন্যা শ্ৰীমতী মমী শৰ্মাৰ সহিতে। পুত্ৰ শ্ৰীমান ভাৰ্গৱ গোস্বামী আৰু কন্যা শ্ৰীমতী বৈষ্ণৱী গোস্বামীসহ তেওঁৰ দুটি সন্তান। তৃতীয়জন পুত্ৰ অৰূপ বল্লভ গোস্বামীৰ বিবাহ সম্পাদিত হয় গোলাঘাট আধাৰসত্ৰৰ সত্ৰাধিকাৰ মাননীয় লক্ষী গোস্বামীৰ জীয়ৰী শ্ৰীমতী জুনামনি গোস্বামীৰ সৈতে ১৯৯৫ চনত। পুত্ৰ হৈছে শ্ৰীমান ভৱিষ্ণু গোস্বামী। চতুৰ্থ পুত্ৰ অমিতাভ বল্লভ গোস্বামীয়ে বিবাহ কৰায় শ্ৰীশ্ৰী কুৰুৱাবাহী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী গোপাল চন্দ্ৰ দেৱ গোস্বামী প্ৰভুৰ কনিষ্ঠা কন্যা শ্ৰীমতী গীতা গোস্বামীক ২০০২ চনৰ ২৪ এপ্ৰিলত। তেখেতৰ কন্যা শ্ৰীমতী জাগৃতি গোস্বামী আৰু পুত্ৰ শ্ৰীমান প্ৰত্যুষ গোস্বামী। এইসকল পুত্ৰ-বোৱাৰী আৰু নাতি নাতিনীৰ সৈতে আই গৰাকীৰ সাংসাৰিক জীৱন যাত্ৰাৰ এক আদৰ্শনীয় পৰিয়াল। জীৱনত নানান সমস্যা আৰু বিপৰ্যয়ৰ মাজেৰে ঘৰখন পৰিচালনাৰ দায়িত্ব বহন কৰি সামাজিক ৰীতি-নীতি আৰু আচাৰ ব্যৱহাৰকে মুখ্য কৰি প্ৰায় বিলাক বিষয়ৰ কাম নিজেই সমাধা কৰি আহিছে। আনহাতে সত্ৰীয়া পৰম্পৰাৰে সমৃদ্ধ ধৰ্মীয় অনুষ্ঠান সমূহো ঘৰৰ নামঘৰতেই নিষ্ঠাৰে অনুষ্ঠিত কৰি আধ্যাত্মিক ভাৱৰ মনোনিৱেশ কৰিবলৈ প্ৰয়াস কৰিছে। শিক্ষাৰ প্ৰতি আনুগত্যতা প্ৰকাশ কৰি ইন্দুবালা গোস্বামীয়ে তেখেতৰ ননদ ৰেৱা গোস্বামীৰ দ্বাৰা লিখা গ্ৰন্থ ‘বিয়ানাম’ৰ পুথিখন নিজে প্ৰকাশ কৰি লেখিকাক উদগণি যোগালে। তাৰোপৰি তেখেতৰ আজুশাহু শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে সদৌ অসম লেখিকা সমাৰোহৰ দ্বাৰা প্ৰকাশিত ‘লেখিকাৰ জীৱনী’ গ্ৰন্থৰ তৃতীয় খণ্ডটিত প্ৰকাশ কৰাই দিলে। সমাজত আৰ্থিক ভাৱে পিছপৰা লোক সকলক উৎসাহ দিবৰ বাবে স্বামীৰ স্মৃতিত ‘চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা’ মৰাণৰ

ধৰ্মপ্ৰাণ ব্যক্তি ইন্দ্ৰকান্ত দুৱৰা আৰু দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক প্ৰদান কৰি নিজে ধন্য মানিলে। সেইদৰে সামাজিক কৰ্মক্ষেত্ৰতো তেখেতে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত স্বামীৰ স্মৃতি ৰক্ষাৰ্থে তোৰণ নিৰ্মাণ কৰোৱায়। গোলাঘাট ষ্টেচন ৰোডৰ পূজা মণ্ডপৰ সমীপত তেখেতৰ শহুৰেক 'তাৰিণী বল্লভ গোস্বামী স্মৃতি তোৰণ' খনি নিৰ্মাণ কৰাই দিয়ে। আকৌ সেই তাৰিণী বল্লভ গোস্বামী পূজা মণ্ডপৰ ভূমিখণ্ড চৰকাৰৰ লগত যোগাযোগ কৰি পূজা মণ্ডপৰ ৰাইজক পূজামণ্ডপৰ নামত হস্তান্তৰ কৰাৰো ব্যৱস্থা কৰি দিয়ে। ইয়াৰ বাদেও বৰপথাৰৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটোও পুনৰ নিৰ্মাণ কৰাই মানসিক প্ৰশান্তি লাভ কৰিছে। আনহাতে ভাৰতবৰ্ষৰ তীৰ্থস্থান আৰু বিশেষ ঠাই সমূহৰ ভিতৰত গয়াঁ, বুদ্ধগঁয়া, বাৰাণসী, এলাহাবাদ, দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবন, জগন্নাথ, পুৰীকে আদি কৰি বিভিন্ন ক্ষেত্ৰত ভ্ৰমণ কৰা বহু অভিজ্ঞতা পুষ্ট এগৰাকী সৰবৰহী আৰু ধৰ্মপ্ৰাণ মহিলা।

ব্যক্তিত্ব সম্পন্ন জীৱনৰ কথা সুঁৱৰিবলৈ বিচাৰিলেও আইগৰাকী হৈছে পৰৰ দুঃখত দুখী, পৰৰ সুখত সুখী, আন্তৰিকতাপূৰ্ণ ভাৱধাৰা, আদৰ-সাদৰ মাত কথা, দুখীয়া নিচলাক সহায় কৰি ভালপোৱা এগৰাকী গুণ বিশিষ্টা মাতৃ। কবিৰ কবিতাৰ ছন্দেৰে—

'এটুপি চকুৰ পানী এষাৰ সাদৰি মাত
এখনি চেনেহী হিয়া এখনি সহায়ৰ হাত।"

এইসকলে আনৰ সুখ-দুখত সমভাগী হৈ সৎভাৱ, সৎ চিন্তা আৰু মৰম চেনেহৰ মাধ্যমত জীৱন অতিবাহিত কৰিহে ভাল পায়। চন্দ্ৰৰ সুকোমল আলোকত সকলো সুখময় হয় আৰু সকলো স্থানতেই সমান ভাৱে পৰে, য'ত সৎ-অসৎ, সুখী-দুখী, উচ্চ নীচ আদি গুণ-দোষৰ বিচাৰ নহয়। সেইদৰেই এই মহীয়সী আই সকলৰ মনতো ভাল বেয়া, উচ্চ-নীচ, ধনী-দুখীয়া আদি বৈষম্যৰ প্ৰভেদ নাথাকে। বিশেষকৈ ইন্দুবালা গোস্বামীৰ সহনশীল, মানৱ দৰদী, ভাৱধাৰা আৰু সহানুভূতিশীল গুণ ৰাজিৰ বাবে সকলোতে সমাদৰ থাকিব । ওৰণিৰ তলৰ চিকমিকনি হাঁহিটোৰে সৈতে সংসাৰ সংগ্ৰামত হতাশাক প্ৰতিৰোধ কৰিব পৰা কু-সংস্কাৰ মুক্ত এগৰাকী স্পষ্টবাদী নাৰী।

নাৰীসকল হৈছে— ধৈৰ্য, ত্যাগ আৰু শান্তিৰ প্ৰতিভু। নাৰীৰ সহনশীলতা

মনোভাৱ আৰু কৰ্মত একাগ্ৰতা থাকিলেই একো একোটা পৰিয়াল সুদৃঢ় কৰি ৰখাৰ উপৰিও একো একোখন সমাজকো নিজৰ আদৰ্শৰে সুপ্ৰতিষ্ঠিত কৰাত অনুপ্ৰেৰণা যোগায়। চমু কথাত ক'বলৈ গ'লে এই সকলো দিশত অগ্ৰণী ভূমিকা লৈ এখন ঘৰৰ আধ্যাত্মিক চিন্তা-চৰ্চাৰ বিকাশত জীৱনযোৰা সাধনাৰে এগৰাকী জীয়ৰীৰূপে, এগৰাকী বোৱাৰীৰূপে, এগৰাকী পত্নীৰূপে, এগৰাকী গৃহিণীৰূপে, এগৰাকী মাতৃৰূপে সুলভা সদৃশ মহীয়সী নাৰী ইন্দুবালা গোস্বামীৰ জীৱনৰ সফল কৰ্মৰাজি মধুময় হৈ থাকক।



# সত্ৰীয়া সংস্কৃতি ঃ
# বিদুষীনাৰী ইন্দুবালা গোস্বামীৰ জীৱনায়ন

—প্ৰফুল্লপ্ৰাণ মহন্ত,
সত্ৰীয়া সংস্কৃতিৰ গৱেষক তথা প্ৰাজ্ঞ প্ৰাৱন্ধিক,
গুৱাহাটী

অসমৰ প্ৰায়খিনি প্ৰাচীন সত্ৰানুষ্ঠানেই এসময়ত মাজুলীত অৱস্থান কৰি আছিল। মাজুলীৰ পৰাই অধিক সংখ্যক সত্ৰানুষ্ঠানে ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণপাৰে স্থাপিত হৈছেহি। মই জন্মগ্ৰহণ কৰা শ্ৰীশ্ৰী এলেঙ্গী মদাৰগুৰি সত্ৰখনো প্ৰথম আহোম ৰজা ৰাজেশ্বৰ সিংহৰ দিনতে গোলাঘাটৰ ঢেকীয়াল মৌজাত মদাৰখাট নামে এটি খাট বা ভূমিদান কৰি সংস্থাপন কৰা হৈছিল। সেই একেদৰে এই প্ৰৱন্ধত আলোচ্য সত্ৰানুষ্ঠান দিছিৰীগএঞা সত্ৰখনো এসময়ত মাজুলীৰ পৰা অহা সত্ৰ।

এই দিছিৰীগএঞা সত্ৰৰ স্বৰ্গীয় কৃষ্ণমিশ্ৰদেৱ, হেড়েম্বেশ্বৰ দেৱ আৰু পিছৰ কালৰ গোপিকা বল্লভ গোস্বামী আদি একো একোগৰাকী গুণগ্ৰাহী বিদগ্ধ পুৰুষ। তেখেতসকলৰ প্ৰত্যেকেই সত্ৰীয়া গুণ-বিদ্যা পৰম্পৰা ৰক্ষা কৰাৰ উপৰিও জ্যোতিষ গণনা, শ্ৰুতি, খ্যাতি, বৈদিক আদি শাস্ত্ৰত পাৰ্গত আছিল। যাৰ বাবে বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাৰ ‘আহোমৰ দিন’ গ্ৰন্থতো সত্ৰাধিকাৰ কৃষ্ণ মিশ্ৰদেৱ আদি সত্ৰাধিকাৰৰ স্মৃতি বিৰাজমান হৈ আছে। আনকি অন্য এগৰাকী সত্ৰাধিকাৰ হেড়েম্বেশ্বৰ গোস্বামীৰ সুযোগ্যা বিদুষী পত্নী শোভনেশ্বৰী দেৱীয়েও প্ৰাচীন শাস্ত্ৰ অধ্যয়ন কৰি কেইবাখনো ধৰ্মশাস্ত্ৰ প্ৰাচীন পদ্ধতিৰে সাঁচিপাত আৰু মহী

তৈয়াৰ কৰি লিপিৱদ্ধ কৰি পৰম্পৰা সত্ৰীয়া সংস্কৃতি ৰক্ষা কৰি গৈছে। সেয়েহে গোলাঘাট জিলাৰ শিলনিজানত প্ৰতিষ্ঠিত শ্ৰীশ্ৰীদিছিৰীগএঁা সত্ৰৰ সত্ৰীয়া ভঁড়াল আজিও প্ৰাচীন ধৰ্মশাস্ত্ৰই জাতিষ্কাৰ কৰি আহিছে। ইয়াৰ মূলতে এই সত্ৰৰ বোৱাৰী ইন্দুবালা গোস্বামীৰ নাম সগৌৰৱে সদায় ল'ব লাগিব। যিগৰাকী বিদুষী মহিলাই এই সত্ৰৰ পৰম্পৰা ৰক্ষা কৰি থকা সাঁচিপতীয়া পুথিকে ধৰি সত্ৰৰ মেটমৰা সাহিত্য-সংস্কৃতিৰ ভেঁটি সজীৱ কৰি সংৰক্ষণ কৰি আহিছে। তেখেতে কেৱল সংৰক্ষণেই নহয় সময়ে সময়ে যথাযথভাৱে প্ৰচাৰ কৰি জনমানসত সদৰি কৰি আহিছে।

এইগৰাকী বিদুষী মহিলা ইন্দুবালা গোস্বামী এইবাবেই আদৰৰ আৰু সৰ্বপূজ্য যে তেখেতে এই প্ৰাচীন সত্ৰখনৰ ঐতিহ্য সুযোগ্য স্বামী আৰু পূজ্যপদ সত্ৰাধিকাৰসকলৰ গুণৰাজিক সমুচিত মৰ্যদা প্ৰদান কৰি আজিৰ সমাজত চিৰ সমুজ্জ্বল কৰি আহিছে। যি দৰে সত্ৰৰ কীৰ্তিমান মহীয়সী শোভনেশ্বৰীদেৱী গোস্বামীৰ শোভা বিস্তাৰ কৰি তুলিছে। তেখেতৰ স্বামীৰ আকস্মিক বিয়োগতো ভাগি নপৰি স্থিতপ্ৰজ্ঞতাৰে স্বামীৰ ব্যৱসায় বাণিজ্য শোভনেশ্বৰী চাহ বাগিচাকে ধৰি বিনষ্ট নোহোৱাকে হাতপাতি লৈ আগবঢ়ায় নিবলৈ ধৰিলে। লগে লগে তেখেতৰ পৰিয়ালৰ এটাইকেইটি সন্তানকে উপযুক্ত কৰি গঢ়ি তুলিলে। যাৰবাবে আটাইকেইজন পুত্ৰই পিতৃ পুৰুষৰ ব্যৱসায় বাণিজ্য আদিতকৈও অধিক আগবাঢ়ি যাবলৈ ধৰিলে। আজি অসমত জাকতজিলিকি উঠা নামবৰ ট্ৰেভেলচ, নামবৰ গেষ্ট হাউচ, শোভনেশ্বৰী চাহ বাগিচাই পিতৃপুৰুষৰ নাম উজ্জ্বলাই তুলিব পাৰিছে। যাৰ মূলতে ছাঁৰ দৰে আছে সুযোগ্যা মাতৃ ইন্দুবালা গোস্বামী। এইগৰাকী বিদুষী মহিলা ইন্দুবালা গোস্বামীৰ পিতৃপুৰুষৰ বংশ মৰ্যদাপূৰ্ণ নগাঁও জিলাৰ কামপুৰৰ পুৰণি মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব স্বনামধন্য গোলোক চন্দ্ৰ গোস্বামী আৰু মাতৃদেৱী গৌৰীপ্ৰিয়া গোস্বামীৰ পৰিয়ালৰ এই বংশৰ কৃতী বহন কৰা এসময়ৰ কৃষিমন্ত্ৰী তথা মুক্তিযোদ্ধা আৰু মুক্তিযোদ্ধা সন্মিলনিৰ কীৰ্তিমান সভাপতি স্বনামধন্য লক্ষ্মীপ্ৰসাদ গোস্বামী। এনে এটি খ্যাতিৰন্ত পৰিয়ালত ১৯৩৩ চনত জন্মগ্ৰহণ কৰি ১৯৫৩ চনত উক্ত দিছিৰীগএঁা সত্ৰৰ সত্ৰাধিকাৰ তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহপাশত আৱদ্ধ হৈ পাৰিবাৰিক আৰু সাংসাৰিক জীৱন স্ব-ছন্দতাৰে আগবঢ়াই

নিবলৈ সক্ষম হৈ পৰিছিল। উচ্চ শিক্ষাত প্ৰৱেশ নকৰাকৈয়ে ইন্দুবালা গোস্বামীয়ে যোগ্যতাৰে স্বামীক সকলো ক্ষেত্ৰতে সহায় সহযোগৰ হাত আগবঢ়াব পাৰিছিল। তেখেতৰ স্বামীৰ বিয়োগৰ পিছতো সকলো দিশ আগুৱাই নিব পাৰিছিল। আজি তেখেতৰ চাৰিগৰাকী পুত্ৰ সন্তান ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু অমিতাভ প্ৰত্যেককে সুযোগ্য কৰি তুলিলে। তেখেতৰ দুগৰাকী কন্যা ক্ৰমে অনিমা আৰু পূৰ্ণিমা দুয়োগৰাকীকেই যথা সময়ত উচিত সংস্থাপন দিয়াত ত্ৰুটি কৰা নাছিল। এই পৰিয়ালটিৰ লগত তেখেতৰ স্বামী থকাৰ পৰা মই অতি ঘনিষ্ঠ হৈ আহিছোঁ। বিশেষকৈ তেখেতৰ স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ লগত মোৰ অতি ওচৰৰ সম্বন্ধ আছিল। মোৰ পিতৃপুৰুষ স্বৰ্গীয় ৰাধিকা নাথ মহন্ত এগৰাকী মুক্তিযোদ্ধা আৰু এসময়ত লোকেল বোৰ্ডৰ ভাইচ চেয়াৰমেন আছিল। তেতিয়াৰ লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল স্বনামধন্য স্বৰ্গীয় কমল শৰ্মাদেৱ।

গোপিকা বল্লভ গোস্বামী, চণ্ডিকা বল্লভ গোস্বামী আৰু কমল শৰ্মা চেয়াৰমেনৰ ঘৰখন মোৰ দেউতাৰ দিনৰে পৰা অতি ঘনিষ্ঠ আছিল। সেইয়ে মোৰ দেউতা ৰাধিকা নাথ মহন্তৰ পুত্ৰৰ পৰিচয়ৰে মই চণ্ডিকা বল্লভ গোস্বামীদেৱৰ অতি আপোন হৈ পৰিছিলো। তেখেতৰ ঘৰুৱা বিয়াবাৰু আদি অনুষ্ঠানটো মই ভালদৰে যোগদান কৰি আহিছিলো। সেইহে ইন্দুবালা গোস্বামীও মোৰ অতি শ্ৰদ্ধা আৰু আদৰৰ।

এইগৰাকী বিদুষী মহিলাই পৰিয়াল আৰু সত্ৰৰ বহুতো উল্লেখনীয় কাৰ্য কৰি আহিছেঁ। ইয়াৰ ভিতৰত দিছিৰীগএঁা সত্ৰ নামৰ ডাকঘৰ, স্বামীৰ স্মৃতিত আগবঢ়োৱা গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ তোৰণ নিৰ্মাণ, সত্ৰৰ পুৰণি ঘৰ, গোলাঘাট চহৰৰ ষ্টেচন ৰোডত শহুৰেক তাৰিণীবল্লভ গোস্বামীৰ নামত এখন পূজা ঘৰৰ তোৰণ নিৰ্মাণ, স্বামীৰ স্মৃতিত চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা দান আদি অনেক উল্লেখযোগ্য কৰ্মৰাজিৰ উদাহৰণ আছে। এইখিনিতে তেখেতৰ উদাৰ আৰু মহানুভৱতাৰ পৰিচয় দাঙি ধৰিবলৈ সমৰ্থ হৈছে। ইয়াৰ উপৰিও স্বামীৰ স্মৃতি অধিক জীপাল কৰি ৰখাৰ মানসেৰে গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে স্মৃতিগ্ৰন্থ প্ৰকাশ আৰু ননদ ৰেৱা গোস্বামীৰ দ্বাৰা ৰচিত আৰু সংগৃহীত বিয়ানাম আদিৰ পুথি প্ৰকাশ কৰিছে। লগতে বিশিষ্ট শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে অসম লেখিকা সমাৰোহৰ গ্ৰন্থৰ তৃতীয় খণ্ড এটিত লেখনি

প্ৰকাশ পাইছে। এনেদৰে ইন্দুবালা গোস্বামীৰ সৰু-ডাঙৰ কামৰ নমুনা বহুতো আছে। প্ৰবন্ধটো দীঘলীয়া হোৱাৰ বাবে চমুকৈ সংক্ষেপে উল্লেখ কৰা হৈছে মাত্ৰ। তেখেতে সময়ে সময়ে ভাৰতৰ তীৰ্থক্ষেত্ৰ সমূহো ভ্ৰমণ কৰি অভিজ্ঞতা অৰ্জন কৰাৰ লগতে বুদ্ধগয়াঁ, বাৰাণসী, মথুৰা, বৃন্দাবন, জগন্নাথ পুৰী আদিয়েই প্ৰধান। এইগৰাকী মহীয়সী মহিলা সেইবাবেই হয়তো সমাজৰ এগৰাকী অনুকৰণীয় আৰু শ্ৰদ্ধাশীল ব্যক্তিত্বৰে মহীয়ান।



# শ্ৰদ্ধেয় ইন্দুবালা গোস্বামীলৈ আন্তৰিক অভিনন্দন পত্ৰ

(পুত্ৰ অপূৰ্ব বল্লভ গোস্বামীৰ জৰিয়তে)

—ডাঃ অজিত বৰুৱা,
বিশিষ্ট নিৱন্ধকাৰ, প্ৰাক্তন পৌৰপতি, গোলাঘাট



(স্বামী চণ্ডিকা বল্লভ দেৱগোস্বামী সংহতি বঁটা প্ৰদান অনুষ্ঠানৰ বন্তিপ্ৰজ্বলন কাৰ্যসূচীত ডাঃ অজিত বৰুৱা আৰু ইন্দুবালা)

মৰমৰ অপুটি,

তোমাৰ 'মা' শ্ৰদ্ধেয়া ইন্দুবালা গোস্বামীৰ এখন অভিনন্দন গ্ৰন্থ ওলাব বুলি জানি আনন্দ পাইছোঁ। আমাৰ সমাজখন যিহেতু পিতৃপ্ৰধান, সেইবাবে মাতৃসকল প্ৰায়ে মানুহৰ চকুৰ আঁৰতে থাকি যায়। কিন্তু এখন ঘৰ সঠিকভাৱে চলাই সন্তান-সন্ততিবোৰক উপযুক্তভাৱে গঢ় দিয়াত 'মাক' সমূহৰ বৰঙণি পিতৃতকৈ অধিক বুলি ক'লেও নিশ্চয় বঢ়াই কোৱা নহ'ব। মাতৃসকলে কৰা কামখিনিৰ প্ৰতিধ্বনি মানুহে প্ৰায়ে নুশুনে, শুনে পিতৃয়ে কৰা কামখিনিহে। মাতৃসকল জীৱনযুদ্ধৰ একোগৰাকী নীৰৱ যোদ্ধা। তোমাৰ 'মা'ৰ কথা লিখিবলৈ গৈ ভাবিছোঁ— মানুহগৰাকীয়ে ৪৮ বছৰ বয়সতে তোমাৰ দেউতাৰাক হেৰুৱাই

চাগে কম বিপদত পৰা নাছিল। তোমালোকৰ ছজনীয়া পৰিয়ালটোৰ আটাইবোৰে তেতিয়া বিশেষভাৱে প্ৰতিষ্ঠিত হ'বই পৰা নাছিল নিশ্চয়। তোমাৰ দেউতাৰা এজন সাত্ত্বিক মানুহ আছিল বুলি জানিছিলো। তোমালোকক বোধকৰো গোলাঘাট নগৰতে ভাড়াঘৰ কৰি ৰাখি পঢ়ুৱাইছিল নেকি? তেখেতৰো মৃত্যু স্বাভাৱিক নাছিল— অপ্ৰত্যাশিতভাৱে দুৰ্ঘটনাগ্ৰস্ত হৈ মৃত্যু হৈছিল। গতিকে, তোমালোকৰ মাতৃ ইন্দুবালা গোস্বামীয়ে পৰিয়ালটোক এটা বান্ধোনৰ মাজত ৰাখি আগবঢ়াই নিয়াত বিফল হোৱা হ'লে, তোমালোকৰ জীৱনৰ গতিয়েই আজি বেলেগ হৈ গ'লহেঁতেন। কামপুৰৰ সম্ভ্ৰান্ত ঘৰৰ জীয়াৰী ইন্দুবালা গোস্বামীৰ শহুৰৰ ঘৰখনো গোলাঘাটৰ এটা ঐতিমণ্ডিত পৰিয়াল। গোপিকা বল্লভ, তাৰিণী বল্লভ— তোমালোকৰ বৰককা আৰু ককা। গোপীকাবল্লভ গোস্বামী আছিল এজন উচ্চ মানৰ পণ্ডিত ব্যক্তি। তাৰিণীবল্লভো আছিল এজন সমাজপ্ৰাণ ব্যক্তি। তেনে এটা পৰিয়াললৈ ১৯ বছৰ বয়সতে বোৱাৰী হৈ অহা 'মা'য়ে কিমান নীতি-নিয়মৰ মাজেৰে বোৱাৰী জীৱন পাৰ কৰি তোমালোকক জন্ম দিয়াই নহয়, উপযুক্ত কৰি সু-প্ৰতিষ্ঠিতও কৰিলে— সেইয়া নিশ্চয় স্মৰণযোগ্য। মাতৃসকল হৈছে এটা পৰিয়ালৰ মধ্যমণি। মাকে যদি পৰিয়ালটোক সু-পৰিচালিত কৰিব নোৱাৰে, দেউতাকে কিন্তু কেতিয়াও নোৱাৰে। পিছে মাকবোৰৰ অৱদানখিনি মানুহৰ চকুত নপৰাকৈয়ে থাকি যায়।

তোমালোকে দেউতাৰৰ হৈ বহুত কিবাকিবি কৰিলা, বঁটা, তোৰণ সকলো তেখেতৰ নামতে দিছা। পিতৃস্মৰণ বৰ পুণ্যৰ কাম, কিন্তু মাতৃগৰাকী জীয়াই থকা সময়তে তেখেতৰ প্ৰতি সন্মান জনাই এখন 'গ্ৰন্থ' প্ৰণয়ন কৰিবলৈ যে এটা মহিলা অনুষ্ঠানে আগভাগ লৈছে, সেইটোও বৰ প্ৰশংসনীয় কথা। মই ব্যক্তিগতভাৱে নাৰীক 'অৰ্ধ-আকাশ' বুলি ভবাতকৈ 'পূৰ্ণ আকাশ' বুলিহে ভাবো, কাৰণ—সতি-সন্ততিহঁতৰ বাবে মূৰৰ ওপৰত আকাশ দুখন— এখন পিতৃত্বৰ আকাশ আনখন মাতৃত্বৰ আকাশ। পুৰুষে নিজকে এখন আকাশৰ আধা বুলি আৰু নাৰীক আধা অংশ দিয়াৰ কথা শুনা নাই। খুবসম্ভৱ, সকলো পুৰুষেই নিজকে 'পূৰ্ণ আকাশ' বুলিয়েই ভাবে নেকি! যি নহওঁক, মোৰ বোধেৰে দেউতাৰাৰ মৃত্যুৰ পাছত তোমাৰ 'মা' তোমালোকৰ মূৰৰ ওপৰত 'পূৰ্ণ আকাশ' হৈ পৰিছিল আৰু সেই আকাশখন এতিয়াও তোমালোকৰ ওপৰত আশীৰ্বাদ

হৈ আছে।

তোমাৰ লগতে পৰিয়ালৰ আটাইৰে মঙ্গল কামনা কৰিছোঁ।

শ্ৰদ্ধেয়া শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ শান্ত-সমাহিত ৰূপটো মোৰ চকুৰ আগত ভাঁহি আহিছে। তেখেত নাৰীসমাজৰ বাবে আদৰ্শস্বৰূপ।

তেখেতৰ সু-স্বাস্থ্যৰে আমাৰ মাজত বহু বছৰ থাকক— ইয়াকে কামনা কৰিছোঁ।

প্ৰীতি আৰু শুভকামনাৰে,
তোমাৰ
ডাঃ অজিত বৰুৱা
গোলাঘাট



# মোৰ দৃষ্টিত শ্ৰীযুতা ইন্দুবালা গোস্বামী

—ড° বিবেকানন্দ শৰ্মা
সচিব, অসম প্ৰকাশন ভাৰতী,
গুৱাহাটী

'মা' শব্দটোৰ অৰ্থ, বৈশিষ্ট্য, ভাবাৰ্থ ইত্যাদি বিলাকৰ পৰিসৰ অপৰিসীম, যাক বিভিন্ন কোণৰ পৰা বিশ্লেষণ কৰি সকলো বিলাকৰ সংক্ষিপ্তকৰণৰ পৰা ক'ব লাগিব যে- 'এওঁ' প্ৰতিটো পৰিয়ালৰ পৰম্পৰা ৰক্ষা কৰা, নিজ নিজ সংস্কৃতিৰ ধ্বজা বাহক আৰু তেওঁৰ ওপৰত একো একোটা পৰিয়ালৰ ভৱিষ্যতৰ প্ৰগতি, বিকাশ, একতা নিৰ্ভৰ কৰাৰ উপৰিও আমাৰ সমাজখন আগুৱাই নিয়াত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰাৰ বাবেই আমি একে মুখে কওঁ, 'আইৰ সমান হ'ব কোন,নৈৰ সমান ব'ব কোন'। তদুপৰি 'মা' হৈছে এনে এগৰাকী ব্যক্তি যাৰ দেহত থাকে অদ্যম শক্তি, বদান্যতা, স্নেহ, অপৰিসীম ধৈৰ্য আদি গুণেৰে সকলোকে অতি সহজে আৰু কম সময়তে আকোঁৱালি ল'ব পাৰে। মই উল্লেখ কৰিবলৈ অহা কথাবিলাকৰ আঁতধৰি আজিৰ পৰা প্ৰায় দুকুৰি বছৰ আগতে এগৰাকী অতি শ্ৰদ্ধাৰ মাতৃ শ্ৰীযুতা ইন্দুবালা দেৱীক লগ পাইছিলো যাৰ স্মৃতি আজিও মোৰ মানস পটত বিদ্যমান।

১৯৭৮ চনৰ জানুৱাৰী মাহৰ শনিবাৰ এটাত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ পুনাৰাম নেওগ চাৰে ক'লে 'অহা কালি আবেলি এফালে যাম আহিবা। মই সন্মতি দিলো। যাত্ৰা আৰম্ভ হ'ল গোলাঘাট নগৰৰ বিশিষ্ট ব্যৱসায়ী তথা খেল সংগঠক প্ৰয়াত মহেন চলিহা, অসমৰ চলচিত্ৰ জগতৰ কৌতুক অভিনেতা তথা গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ প্ৰাক্তন উপাধ্যক্ষ প্ৰয়াত প্ৰণৱ (ৰাণা) তামুলী আৰু মই। গাড়ীখন ক'লৈ গৈছে বা আমি কেনি যাম ইত্যাদি বিলাক মোৰ বাদে বাকী তিনিজনে জানিছিল। ময়ো সোধা নাই। মইনাপাৰা, নামবৰ হাবি অতিক্ৰম কৰি শিলনিজান বজাৰৰ কাষতে সোঁহাতে শ্ৰীশ্ৰী দিছিৰীগএঁা সত্ৰৰ বাটচ'ৰা তলেদি বাগানৰ মাজে মাজে আগবাঢ়ি এটা

ওখ টিলাত অতি পৰিপাতিকৈ আমাৰ অসমৰ চিনাকি আৰ্হিৰ ঘৰ এটা পালোহি। সন্মুখত ফুলনি আৰু ঘৰখনৰ বাওঁহাতে এটি মণিকূটসহ ডাঙৰ নামঘৰ। গাড়ীৰ পৰা আমি নমাত লগে লগে এজন গোঁসাই চেহেৰাৰ মুখমণ্ডলৰ পুৰুষ আৰু তেখেতৰ সহধৰ্মিনী গুৰু গম্ভীৰ খোজেৰে আহি আমাৰ গাড়ীৰ কাষলৈ আহি ভিতৰলৈ আহিবলৈ আমন্ত্ৰণ কৰিলে আৰু নেওগ চাৰক দেখুৱাই ক'লে এয়া আমাৰ ইন্দ্ৰৰ কলেজৰ অধ্যক্ষ আৰু এখেতসকলক ইত্যাদি.. ইত্যাদি..।

আমি চাৰিও তেখেতসকলৰ ঘৰৰ ড্ৰয়িং ৰুমত বহিলো পৰিয়ালৰ লগত চিনাকি হ'লো। সেইদিনা ইন্দ্ৰ ঘৰতে আছিল। অপুটি আৰু অৰূপ




(স্বামী চণ্ডিকা বল্লভ দেৱগোস্বামীৰ স্মৃতিত নিৰ্মাণ কৰা গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ তোৰণখন)

মোমায়েকৰ ঘৰত। কিন্তু মৰমটি আছিল নে নাই পাহৰিলো আৰু তেখেত সকলৰ কন্যা শ্ৰীমতী অনিমাক লগ পাইছিলো। ম'হৰ গাখীৰৰ দৈ আৰু জলপান খালো। ঘৰুৱা কথা, বাণিজ্য মহাবিদ্যালয়ৰ গৃহ নিৰ্মাণ , পঢ়া-শুনা আদি বিভিন্ন বিষয়ত পাতিছিলো। কিন্তু মোৰ মনত এটাই প্ৰশ্ন এখন সৰু বাগানৰ ওপৰত ভিত্তি কৰি যেনেতেনে চলি থকা এটা ডাঙৰ পৰিয়াল। সেইসময়ত তেখেতসকল যৌথ পৰিয়াল হিচাবে আছিল। কিন্তু নেওগ চাৰ ইয়ালৈ অহাৰ উদ্দেশ্য কি? প্ৰায় ডেৰঘন্টা-দুঘন্টা মান চণ্ডিকা বল্লভ গোস্বামীৰ ঘৰত অতিবাহিত কৰাৰ অন্তত

আমি গোলাঘাটলৈ আহিবলৈ ল'লো। তেনেতে প্ৰয়াত গোস্বামী দেৱে ইন্দ্ৰৰ মাকৰ মুখলৈ চাই ক'লে 'প্ৰিন্সিপালে কলেজত কোঠা এটা দান দিবলৈ কৈছে। পাৰিম জানো', শ্ৰীমান ইন্দ্ৰৰ মাকে লগে লগে উত্তৰ দিলে 'সেইটো আপোনাৰ কথা' মই কি সহায় কৰিব লাগে ক'ব, তাতে ইঁহত বোৰ সৰু হৈ আছে। কোঠা দানৰ বিষয়তো ইমানতে অন্ত পৰিল। আমি বোৰ ঘূৰি আহিলো বাটত কথা বিলাক বিশ্লেষণ কৰাত এটা কথাত উপনীত হ'লো শ্ৰীযুতা ইন্দুবালা গোস্বামীয়ে তেখেতৰ স্বামী প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীক কোঠাদানৰ বাবে উৎসাহ দিছে। কাৰণ সেই সময়ত ২০ হাজাৰ টকা দান কৰাটো বৰ সহজ কথা নাছিল। মই উল্লেখ কৰিছিলো যে সমাজ সংস্কাৰ আৰু পৰিয়ালটো একেটা ডোলেৰে বান্ধি ৰখাত তেখেতৰ ভূমিকা অতি গুৰুত্বপূৰ্ণ। যিটো শ্ৰীযুতা খুৰীয়ে কোঠাদানৰ প্ৰসংগত কোৱা কথা শাৰীয়ে প্ৰমাণ কৰে। কাৰণ ইমান সীমিত আয় স্বত্বেও তেখেতসকলে আমাৰ মহাবিদ্যালয়ৰ কোঠা দানৰ সিদ্ধান্ত লৈ বাস্তৱ ৰূপ দিয়ে। যাৰ বাবে শ্ৰীযুতা খুৰীয়ে ঘৰখনৰ কাম-কাজত যথেষ্ট মিতব্যয়িতাৰ মাজত চলিব লগা হৈছিল। ইয়াৰ অন্যথাই সম্ভৱ নহ'লহেতেন। কাৰণ মই বুজিছিলো, তেখেতে ভালকৈ জানিছিলে যে 'দান দিলে খন্তেকৰ বাবে দুখীয়া হয় আৰু দানৰ ফল পিছতহে পোৱা যায়।' সেইবাবেই চাগে প্ৰয়াত গোস্বামীৰ চাৰিটি



(তোৰণ উন্মোচন কৰাৰ প্ৰাক্‌মুহূৰ্তত মাজুবোৱাৰী মমী, অধ্যাপিকা ড° শোভাৰাণী বৰকটকী শৰ্মা আৰু ইন্দুবালা)

সন্তানেই সু-প্ৰতিষ্ঠিত, অমায়িক, কৰ্তব্যপৰায়ণ ৰূপে মোৰ দৃষ্টিত ধৰা পৰিছে।

গোস্বামী প্ৰভুৰ তথা তেখেতৰ পৰিয়ালৰ মহানুভৱতাৰ কাৰণেই গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ মূল ঘৰটোৰ পশ্চিম ফালে ২০x৩০ বৰ্গফুটৰ এটা কোঠা নিৰ্মাণ হ'ল আৰু এটা গুৰু গম্ভীৰ অনুষ্ঠানত ১৯৭৮ চনত কোঠা উদ্‌ঘাটন কৰা হ'ল। আৰু বৰ্তমানেও সেই কোঠাটোৰ ক্ৰমিক নম্বৰ হ'ল-৫। শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ তেতিয়াৰ সত্ৰাধিকাৰ গোস্বামী প্ৰভুৱে শিষ্যক শৰণ দিয়ে আৰু তেখেতক আমি গুৰুৰূপে মান্যতা দিওঁ। গ্ৰহৰ দৃষ্টি বৃহস্পতি হ'ল গুৰু আৰু সংখ্যা জ্যোতিষৰ অনুসৰি বৃহস্পতিৰ শাসক সংখ্যা পাঁচ। মই এই চমু বিশ্লেষণৰ দ্বাৰা ক'ব বিচাৰিছো যে এই প্ৰভু গোস্বামীদেৱে কেৱল সত্ৰস্থানতে গুৰু আসন প্ৰাপ্ত কৰাৰ উপৰিও তেখেতে অতি কষ্টৰে অৰ্জন কৰা দানৰ জৰিয়তে শিক্ষা জগততো গুৰু আসনৰ মৰ্যদাপূৰ্ণ কৰিলে। কিয়নো গুৰুৰ শাসক সংখ্যা ৫ (পাঁচ) আৰু তেখেতৰ দান কৰা কোঠা নম্বৰৰ সংখ্যাটো ৫ (পাঁচ)।

বৰ্তমান অসমত চাহ খেতিৰ যি ব্যাপক পৰিসৰ আজিৰ পৰা চল্লিছ বছৰৰ আগতে অসমত হাতৰ আঙুলিত লিখিব পৰা চাহৰ কলঘৰ নোহোৱা চাহ বাগান মাত্ৰ কেইখনমান আছিল। অৰ্থাৎ সৰু চাহ বাগিচা কাৰ্বি-আংলং জিলাত মাত্ৰ এখনেই আছিল সেইখন হ'ল শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচা। তদুপৰি বৃহৎ বাগানত অতি কম দৰত কেঁচা পাত দিবলৈ বাধ্য হৈছিল এই সৰু চাহ খেতিয়ক সকলে। এইক্ষেত্ৰত যথেষ্ট আইনী বাধাও আছিল। আমাৰ বাণিজ্য মহাবিদ্যালয়ত কোঠা দানৰ ক্ষেত্ৰত মুখ্য ভূমিকা পালন কৰিছিল শ্ৰদ্ধাৰ গোস্বামী খুৰীয়ে। কিয়নো প্ৰতিমাহে মই, নেওগ চাৰ আৰু চলিহা দা বা ৰাণা দা তেখেত সকলৰ বাগানলৈ যাওঁ নিৰ্মাণৰত কোঠাৰ অগ্ৰগতি জনাই পইচা আনিবৰ বাবে। এইক্ষেত্ৰত গোস্বামী প্ৰভুক অহাৰ উদ্দেশ্য অৱগত কৰোঁ। কিন্তু আমাক চাহ জলপান পৰিৱেশন কৰাৰ সময়ত প্ৰভু ওচৰত নাথাকে বাবে শ্ৰীযুতা খুৰীক অহাৰ উদ্দেশ্য জানিবলৈ দি আমালৈ যাতে সময়ত পইচা পঠাই সেই কথাটো মনত পেলাই দিবলৈ কওঁ।

বিষ্ণু পুৰাণত উল্লেখ আছে যে সৎ লোকে বন্ধুৱে হওঁক বা শত্ৰুৱেই হওঁক কাকোৱেই কঠোৰ বাক্য প্ৰয়োগ নকৰে।। সদায় মিষ্ঠ ভাষাৰে অভিবাদন

জনোৱাটো সাধু লোকৰ স্বভাৱ। এই কথাষাৰ শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ জীৱনত প্ৰতিফলিত হয়। কিয়নো তেওঁলোকৰ পৰিয়াললৈ বিভিন্ন সময়ত পাৰিবাৰিক আৰু আৰ্থিক ধুমুহা আহিছিল যদিও এইগৰাকী মাতৃয়ে অতি সহজেই সেই ধুমুহাবোৰ অতিক্ৰম কৰিছিল একমাত্ৰ 'মিঠাভাষাৰ অভিবাদন'ৰ বাবেই।

১৯৮২ চনত এটা সৰু পথ দুৰ্ঘটনাৰ আলম লৈ কাকো কোনো দায়িত্ব অৰ্পণ নকৰাকৈয়ে ইহসংসাৰ ত্যাগ কৰিলে গোস্বামী প্ৰভুৱে। চাহ বাগানৰ পৰিয়াল, নিজৰ পৰিয়াল, সকলোৰে আৰ্থিক দায়িত্ব শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ ওপৰত পৰিল। কেৱল ঘৰখনৰ তদাৰক কৰি থকা মহিলাগৰাকীয়ে ইমান বোৰ দায়িত্ব ল'ব লগা হ'ব বুলি কোনো দিনেই কল্পনা কৰা নাছিল যদিও বাধ্যত পৰি দায়িত্বটো মাতৃৰ গাত থকা অপৰিসীম ধৈৰ্যক বাস্তৱ ক্ষেত্ৰত প্ৰয়োগ কৰি চাৰিওটা লৰাকে সমাজত প্ৰতিষ্ঠিত কৰিলে। এই বাক্য শাৰী এই বাবেই উল্লেখ কৰিছো যে ল'ৰা-ছোৱালীয়ে পুথিগত শিক্ষা বহুত অৰ্জন কৰিব পাৰে কিন্তু সামাজিক দায়িত্ব পালন কৰাৰ অ, আ, ক, খৰ জ্ঞান মাতৃয়েহে প্ৰদান কৰে।

গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত মৰমটিয়ে পঢ়ি থকা সময়ত বহুবাৰ নিমন্ত্ৰিত অতিথি বা অনিমন্ত্ৰিত অতিথিৰূপে বিভিন্ন কাম-কাজত তেওঁলোকৰ ঘৰলৈ গৈছো। কিন্তু ঘৰখনত যে প্ৰভু গোস্বামী ইহ জগতত নাই সেই ভাৱটো মনলৈ নাহিছিল। কিয়নো শ্ৰীযুতা খুৰীয়ে আমাৰ এনেদৰে পৰিচৰ্যা কৰিছিল আৰু কথাৰ ভাগ লৈছিল সেই বিষয়ে ভাবিবলৈকে সময় নাপাইছিলো। কাৰণ বৰাহ পুৰাণত কৈছে যে যি গৃহস্থই অতিথিক অৱহেলা কৰে তেওঁ দুখ-দুৰ্দশাৰ ভাগি হয় আৰু তেওঁৰ পূৰ্ব পুৰুষেও নৰকত যন্ত্ৰণা ভোগ কৰে। গোস্বামী প্ৰভুৰ উপস্থিতিত বা অনুপস্থিতিত যিমান বাৰেই ঘৰলৈ গৈছিলো শ্ৰীযুতা খুৰীয়ে আমাক আদৰ-সাদৰ বৰকৈ কৰিছিল। শিলনিজানৰ পুষ্প জং চেত্ৰী আমাৰ মহাবিদ্যালয়ৰ ছাত্ৰ আছিল। তেওঁৰ মুখেৰে শুনিছিলো সেইখন চাহ বাগানৰ মালিকনীৰ কথাৰ ওপৰত দিয়া মধু মন্তব্য আৰু তেখেতৰ অঞ্চলটোত বাস কৰা বিভিন্ন লোকসকলৰ প্ৰতি থকা দায়বদ্ধতা।

চাওঁতে চাওঁতে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ে ২৫ বছৰ অতিক্ৰম কৰিলে। ৰূপালী জয়ন্তী উৎসৱ উদ্‌যাপন কৰাৰ সিদ্ধান্ত লোৱা হ'ল। বিভিন্ন



তোৰণ শুভ উন্মোচন কৰা মুহূৰ্তত ইন্দুবালা

স্থায়ী কামৰ আঁচনিৰ অধীনত এখন পকী তোৰণ নিৰ্মাণৰ বিষয়টো অন্তৰ্ভুক্ত কৰা হ'ল। কেবালক্ষ টকাৰ আৰশ্যক হ'ব। এই বিষয়ে আমাৰ ফালৰ পৰা গোস্বামী প্ৰভুৰ দ্বিতীয় পুত্ৰ ব্যৱসায়ী তথা সাংবাদিক অপূৰ্ব বল্লভ গোস্বামীৰ লগত প্ৰাৰম্ভিক কথা বতৰা হ'ল। পিচলৈ শ্ৰীযুতা গোস্বামী খুৰীৰ লগত হোৱা আলোচনাৰ অন্তত তেখেতসকলে মহাবিদ্যালয়ৰ স্থায়ী তোৰণখন পিতৃৰ নামত আটক ধুনীয়াকৈ সাজি বাণিজ্য মহাবিদ্যালয়ক দান দিলে। এই দানটোৰ মুলতে আছিল আমাৰ অতি শ্ৰদ্ধাৰ আদৰ্শৱান মাতৃ শ্ৰীযুতা ইন্দুবালা গোস্বামী। মই নিজে গৌৰৱবোধ কৰিছো যেতিয়া ড° লুকুমণি গোস্বামী আৰু অপূৰ্ব বল্লভ গোস্বামীয়ে তেখেতৰ ওপৰত কিবা এটা লিখাৰ বাবে অনুৰোধ কৰিছিল। কাৰণ এয়াই মোৰ বাবে সুৱৰ্ণ সুযোগ। কাৰণ এগৰাকী মাতৃৰ গাত থকা কিছুমান গুণে সমাজৰ প্ৰগতি আৰু বিকাশৰ চক্ৰটো এপাক ঘূৰাত কেনেদৰে সহায় কৰে তাৰ এটা জলন্ত উদাহৰণ দাঙি ধৰিবৰ বাবে। শেষত এইগৰাকী মহীয়সী নাৰীৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

# সমাজৰ আদৰ্শ মহীয়সী নাৰী
# শ্ৰীযুতা ইন্দুবালা গোস্বামীলৈ আন্তৰিক অভিনন্দন

—অন্নদা শইকীয়া, প্ৰাক্তন অধ্যাপিকা,
প্ৰাক্তন সভানেত্ৰী সদৌ অসম লেখিকা সমাৰোহ সমিতি

সময়ৰ লগে লগে সমাজো গতিশীলতা। বিভিন্ন সময়ত বিভিন্ন ব্যক্তিৰ ভাৱ-চিন্তাই সমাজক আগবঢ়াই নিয়ে। এনেকৈয়ে মানৱ সমাজ আদিম যুগৰ পৰা স্তৰে স্তৰে গতিশীলতাৰ বাবেই বৰ্তমান একবিংশ শতিকাৰ বিবিধ গুণৰ সংমিশ্ৰণত সমাজে আধুনিক ৰূপ গ্ৰহণ কৰিছে। কোনো কোনো প্ৰভাৱশালী ব্যক্তিয়ে নিজৰ উচ্চ মানসিকতাৰ বাবে কেৱল নিজৰ ধন সম্পত্তি বৃদ্ধি কৰি এক অভিলাষী জীৱন উপভোগ কৰাটো জীৱনৰ লক্ষ্য বুলি গণ্য নকৰে। তেনে উচ্চ মনৰ লোকে সমাজৰ প্ৰয়োজনীয়তা অনুভৱ কৰি বিভিন্ন ধৰণে সমাজলৈ অৱদান আগবঢ়ায়। ফলস্বৰূপে অন্যান্য ব্যক্তিৰ মানসিকতাই উচ্চ খাপৰ চিন্তা-চৰ্চা কৰি সমাজলৈ পৰিৱৰ্তন আনে। তেনে লোকৰ মৃত্যুৰ পিছতো সমাজে তেখেতক সোঁৱৰণ কৰাৰ লগতে সমাজলৈ আগবঢ়াই যোৱা অৱদানক স্বীকৃতি দি ভৱিষ্যতেও এনে লোকৰ সৃষ্টি হোৱাত অৰিহণা যোগায়।

বিংশ শতিকাৰ তৃতীয় দশকত আমাৰ সমাজত মহিলাই শিক্ষা গ্ৰহণ কৰি আগবাঢ়ি যোৱা কথাটো সমাজে স্বীকৃতি দিয়া নাছিল। তেনে এটা সময়ত সমাজৰ সোঁতৰ বিপৰীতে আগবাঢ়ি যোৱাটো এক জটিল কাম আছিল। ১৯৩৩ চনত জন্মগ্ৰহণ কৰা ইন্দুবালা গোস্বামীয়ে কামপুৰতে প্ৰাথমিক শিক্ষা লাভ কৰে। উচ্চ শিক্ষাৰ অনুষ্ঠান কামপুৰত নথকাৰ বাবে উচ্চ শিক্ষাগ্ৰহণৰ বাবে অতিশয়

ইচ্ছুক ইন্দুবালাই ঘৰতেই গৃহ শিক্ষকৰ ওচৰত উচ্চ শিক্ষা লাভ কৰি মন মগজুৰ প্ৰসাৰণ ঘটাই সামাজিক পৰিৱেশৰ উন্নয়ন ঘটোৱা আদৰ্শ স্থানীয় ভাৱ অনুভূতি চিন্তা-চৰ্চাৰে নিজৰ জীৱন আগবঢ়াই নিয়ে।

ইন্দুবালা গোস্বামীক এগৰাকী সৌভাগ্যৱতী মহিলা বুলি ক'ব পাৰি এই কাৰণেই যে এজন বিশিষ্ট, সন্মানীয় ব্যক্তি, কামপুৰ মৌজাৰ মৌজাদাৰ, অনাৰেৰী মেজিষ্ট্ৰেট তথা ৰায়চাহাব উপাধি প্ৰাপ্ত ব্যক্তি গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীক কনিষ্ঠা কন্যা হিচাবে জন্মলাভ কৰিছিল। সেই সময়ৰ সাধাৰণ সামাজিক পৰিৱেশত পিতৃ-মাতৃৰ যশস্যাপূৰ্ণ আৰু সমৃদ্ধিশালী গৃহ পৰিৱেশ ইন্দুবালাৰ বাবে সৌভাগ্যৰ কাৰণ হৈ পৰিছিল সেইদিন, উচ্চ শিক্ষাৰ বাবে মন মেলা বৈশিষ্ট্যতাৰ বাবেই তেখেত যে, সেই সময়ৰ এগৰাকী বিশিষ্ট শিক্ষানুৰাগী মহিলা তাক প্ৰতীয়মান হৈ পৰিছে।

তাৰোপৰি ১৯৫৩ চনত উনৈশ (১৯) বছৰ বয়সত ইন্দুবালা বিবাহপাশত আৱদ্ধ হয়। স্বামী হিচাবে পায় এজন সমৃদ্ধিশালী ব্যক্তি। দিছিৰীগএঁা সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠপুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ সুযোগ্যা পত্নীৰ আসন শুৱনি কৰিছিল। জন্ম আৰু বিবাহ এই দুয়ো ক্ষেত্ৰলৈ চকু দিলে ইন্দুবালাই যে জন্মতে মুখত সোণৰ চামোচ লৈ পৃথিৱীলৈ আহিছিল ই সহজে অনুমেয়।

কম বয়সতে বিবাহপাশত আৱদ্ধ হৈছিল যদিও সাংসাৰিক জীৱন প্ৰশংসনীয় আৰু সতি-সন্ততি বিলাকক শিক্ষা-দীক্ষাৰে যোগ্য ব্যক্তি হিচাবে গঢ়ি তুলিবলৈ সক্ষম হৈছিল। ইন্দুবালাৰ কন্যা দুগৰাকী হ'ল অনিমা আৰু পূৰ্ণিমা। পূৰ্ণিমা ইতিমধ্যে এই সাংসাৰিক আৰু সামাজিক জীৱনৰ পৰা চিৰকালৰ বাবে আঁতৰি গৈছে। চাৰি পুত্ৰৰ ভিতৰত ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু অমিতাভ। এই চাৰি পুত্ৰৰ ভিতৰত দ্বিতীয় পুত্ৰ অপূৰ্ব বল্লভ গোস্বামীৰ লগত আমাৰ চিনাকি হোৱাৰ পৰা গভীৰ আন্তৰিকতা গঢ়ি উঠে। এই প্ৰৱন্ধ লেখিকা অন্নদা শইকীয়া অৰ্থাৎ আমি নিজেও এগৰাকী সমাজপ্ৰিয় মহিলা। অপূৰ্ব বল্লভ এগৰাকী সমাজ সচেতন ব্যক্তি হিচাবে সমাজৰ বিভিন্ন অনুষ্ঠানৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ সেৱা আগবঢ়াই আহিছে। সাংবাদিক হিচাবেও তেখেতে এক সন্মানীয় আসন গ্ৰহণ কৰিছে। সমাজৰ সকলো শ্ৰেণীৰ লোককে সমান ভাৱে চাব পৰা গুণৰ

বাবে তেখেতক এজন সমাজপ্ৰিয় লোক বুলি গণ্য কৰিব পাৰি। এনে গুণৱান সন্তানৰ মাতৃ হিচাবেও ইন্দুবালা গৌৰৱৰ অধিকাৰী। অপূৰ্ব বল্লভৰ বাসগৃহ গোলাঘাট নগৰৰ মাজমজিয়াত। নামবৰ অতিথি শালাৰ নিচেই কাষত। এইখিনিতে এটি অতি সৰুকথা উল্লেখ কৰিবলৈ মন গৈছে। এদিন হঠাতে এটি বাতৰি অপূৰ্ব বল্লভক দিবলৈ নামবৰ অতিথিশালালৈ যাব লগীয়া হোৱাত নামবৰ কাৰ্যালয়ত এই লেখিকা গৈ উপস্থিত হ'লোগৈ। অপূৰ্ব বল্লভক তাত লগ নাপাই তেখেতৰ বাসগৃহতে খবৰ কৰাৰ উদ্দেশ্যে সোমাব লগীয়া হোৱাত তেখেতৰ পৰিবাৰ ওলাই আহি অপূৰ্ব বল্লভ কিছু সময়ৰ আগত ঘৰৰ পৰা ওলাই গৈছে বুলি কৈ এখন্তেক বহিবলৈ আসন আগবঢ়ালে আৰু লগে লগে চাহ মিঠাই আনি আগত দিলেহি। চাহ মিঠাই গ্ৰহণ কৰিবলৈ আমাৰ শৰীৰে অনুমতি নিদিয়া কাৰণে গ্ৰহণ কৰিবলৈ অপাৰগ বুলি ক'লেও তেখেতৰ পৰিবাৰে টানি অনুৰোধ কৰাত চাহ খাই তেখেতৰ পৰা বিদায় ল'লো। আজিৰ সমাজত এনে অতিথি পৰায়ণ বোৱাৰী পোৱাটোও ইন্দুবালাৰ এক আন্তৰিক সদইচ্ছাৰ ফল বুলি ক'ব পাৰি।

ইন্দুবালাৰ স্বামী চণ্ডিকা বল্লভ গোস্বামী সেই সময়ৰ অবিভক্ত শিৱসাগৰ জিলাৰ এজন বিশিষ্ট তথা সন্মানীয় ব্যক্তি। ১৯৮২ চনত তেখেত আকস্মিক ভাৱে দুৰ্ঘটনাত পতিত হৈ মৃত্যুৰ মুখত পৰে। একুৰি ন বছৰ (২৯) দুয়ো এক হৈ বৈৱাহিক জীৱনত অহা সুখ-দুখ উপভোগ কৰি ১৯৮২ চনৰ পিছৰ পৰা সামাজিক আৰু পাৰিবাৰিক সকলো দায়িত্ব ইন্দুবালাই সুকলমে নিজে বহন কৰিছিল। এটি বহল আৰু উচ্চ মনৰ গৰাকী হোৱা ইন্দুবালাই সামাজিক কাম-কাজ বিলাক কৰি আনন্দ পাইছিল।

উল্লেখযোগ্য যে বৰপথাৰত দিছিৰীগএঞা সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটি পুনৰ তেখেতে নিৰ্মাণ কৰে। আনহাতে স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখন তোৰণ নিৰ্মাণ কৰে আৰু গোলাঘাট ষ্টেচন ৰোডত তেখেতৰ শ্ৰদ্ধাৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ স্মৃতি সমাজে সোঁৱৰণ কৰিব পৰাকৈ পূজা ঘৰৰ তোৰণ নিৰ্মাণ কৰে। তাৰোপৰি সমাজৰ অৱহেলিত, নিষ্পেষিত সকলক সন্মান জনক স্থান দি অহোপুৰুষাৰ্থ কৰি অহা ব্যক্তিসকলক উৎসাহিত কৰিবৰ বাবে স্বামীৰ স্মৃতিত চণ্ডিকা বল্লভ

গোস্বামী 'সংহতি' বঁটা প্ৰদান কৰে। এই সংহতি বঁটা মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা আৰু দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক প্ৰদান কৰা হৈছিল। ইন্দুবালাৰ মন ইমানতে থমকি ৰোৱা নাছিল। ইয়াৰোপৰি স্বামীৰ স্মৃতি নৱ-প্ৰজন্মৰ মাজতো সজীৱ হৈ থকাৰ উদ্দেশ্যে এখনি স্মৃতিগ্ৰন্থ প্ৰকাশৰ বাবে গোলাঘাট শাখা সাহিত্য সভাৰ কাষ চাপি স্মৃতিগ্ৰন্থ খনি প্ৰকাশ কৰিলে। তাৰোপৰি প্ৰকাশক হিচাবে ননদ ৰেৱা গোস্বামীৰ 'বিয়ানাম'ৰ পুথি প্ৰকাশ কৰি অসমীয়া লোক-সংস্কৃতিৰ ক্ষেত্ৰলৈও অৰিহণা যোগালে। ইন্দুবালাই তেখেতৰ আজুশাহু বিশিষ্ট শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে লিখি অসম লেখিকা পৰিষদৰ তৃতীয় খণ্ড গ্ৰন্থত প্ৰকাশ কৰি উলিয়াই। এই বিলাক নিৰীক্ষণ কৰিলে এটা কথা স্পষ্ট হয় যে, ইন্দুবালা গোস্বামীৰ সাহিত্য চৰ্চাৰ প্ৰতিও ধাউতি আছিল। সাহিত্য চৰ্চাৰ পৰিৱেশ যথা সময়ত নোপোৱা বাবে হয়তো তেখেতে সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত কিছু আগবাঢ়ি থমকি ৰ'বলগীয়া হ'ল।

এনে এগৰাকী গুণী জ্ঞানী মহিলা সমাজৰ বাবে আদৰ্শ স্থানীয়। তেখেতৰ নাম সমাজত সজীৱ কৰি ৰখাৰ প্ৰচেষ্টা বিশেষকৈ মহিলা সমাজে গ্ৰহণ কৰিলে তেখেতৰ আদৰ্শ সমাজত বিস্তাৰিত হোৱাৰ লগে লগে সমাজৰ উৎকৰ্ষ সাধনৰ পথত বৰ্তমানৰ মহিলা সকলেও খোজ পেলাবলৈ সহজ হ'ব বুলি অনুভৱ কৰোঁ। ইংৰাজীত এযাৰ কথা আছে— Where there is a will, there is a way । ইন্দুবালা গোস্বামীৰ ক্ষেত্ৰত এই কথাযাৰৰ সত্যতা প্ৰমাণ হৈছে।

বৰ্তমান একবিংশ শতিকাৰ দ্বিতীয় দশক চলি আছে। সমাজৰ গতিশীলতাই মহিলা সকলৰো মানসিক পৰিৱৰ্তন ঘটাইছে। ইন্দুবালা গোস্বামীৰ অভিনন্দন গ্ৰন্থ প্ৰকাশৰ বাবে প্ৰচেষ্টা হাতত লোৱাটো প্ৰশংসনীয়। তেখেতৰ পৰিয়াল তথা গোলাঘাট জিলা লেখিকা পৰিষদ এই সংক্ৰান্তত ধন্যবাদৰ পাত্ৰ। বৰ্তমান মহিলা সৱলীকৰণৰ বাবে ৰাজ্যিক তথা কেন্দ্ৰীয় চৰকাৰে আঁচনি গ্ৰহণ কৰি কাৰ্যকৰী কৰাৰ প্ৰচেষ্টা হাতত লোৱা দেখিছো। ৰাষ্ট্ৰসংঘইও মহিলা সৱলীকৰণৰ ওপৰত গুৰুত্ব দি কৈছে— Be bold for change। আচলতে পুৰুষ আৰু স্ত্ৰী সকলক বিশেষ বিশেষ গুণ দি ভগৱানে স্ৰজন কৰিছে। দুয়ো একেলগে একমত হৈ কৰ্ম কৰিলেহে সমাজৰ উন্নতি আশা কৰিব পাৰি। মহাপুৰুষ

## অনন্যা ইন্দুবালা

শংকৰদেৱৰ বাণী উল্লেখেৰে এই কথাটি প্ৰতীয়মান হৈছে—

‘তিৰীয়ে পুৰুষে হৈবা একমতি
তেবেসে সিদ্ধি হৈব হৰিত ভকতি’

এইখিনি কথাৰেই মহীয়সী নাৰী ইন্দুবালা গোস্বামী মহোদয়ালৈ শতায়ু কামনাৰে অভিনন্দন জ্ঞাপন কৰিলো।



(‘চণ্ডিকা বল্লভ দেৱগোস্বামী সংহতি বঁটা’ প্ৰদান অনুষ্ঠানত —ইন্দুবালা, ড° নগেন শইকীয়া, ভূৱন শইকীয়া আৰু বঁটা প্ৰাপক ইন্দ্ৰকান্ত দুৱৰা )

# ইন্দুবালা গোস্বামী

—অঞ্জলী বৰকাকতি,
লেখিকা তথা বিশিষ্ট সমাজসেৱিকা
গোলাঘাট

'মা' শব্দ ভগৱানৰ শ্ৰেষ্ঠতম সৃষ্টি বুলি ক'লেও নিশ্চয় ভুল কোৱা নহ'ব। এটা ঐশ্বৰিক সুখৰ অনুভূতি। ওপৰৰ ছবিখনেও যেন এগৰাকী মৰমিয়াল উদাৰ মনৰ মাতৃ এগৰাকীৰ পৰিচয় দাঙি ধৰিছে। মই এনে এগৰাকী মৰমিয়াল মাতৃৰ জীৱনশৈলীৰ কথা লিখিবলৈ কলম হাতত তুলি লৈছোঁ—সেইগৰাকী 'মা' হ'ল স্বনামধন্যা ইন্দুবালা গোস্বামী।

ইন্দুবালাৰ পিতৃ নগাঁৱৰ কামপুৰৰ মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী। মাতৃ গৌৰীপ্ৰিয়া গোস্বামী। কামপুৰতে তেখেতে প্ৰাথমিক শিক্ষাৰ পাতনি মেলিছিল। কামপুৰ নগাঁৱৰ একেবাৰে ওচৰত যদিও খ্যাতি সম্পন্ন পিতৃ-মাতৃয়ে নগাঁৱলৈ ছোৱালী পঢ়িবৰ বাবে পঠিয়াবলৈ কিছু সংকোচবোধ কৰিলে। সেয়েহে ইন্দুবালাক ঘৰতে শিক্ষা লোৱাৰ কিছু সুবিধা কৰি দিছিল। হাতৰ আখৰ যাতে সুন্দৰ হয় তাৰ কাৰণে কলপাতত আখৰ লিখিবলৈও শিকাইছিল। ইন্দুবালাৰ অতি কম বয়সতে বিয়াৰ কথা বতৰা চলিলত সিমানতে শিক্ষাৰো সমাপ্ত হ'ল। শিলনিজানৰ দিছিৰীগএগাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত ১৯৫৩ চনত ইন্দুবালা বিবাহপাশত আৱদ্ধ হয়। আঠোটা ককায়েক-ভায়েক, ভনীয়েক পিতৃ-মাতৃৰে এখন ভৰাঘৰৰ পৰা আহি বাগিচাৰ মাজত অচিনাকি এখন নতুন ঘৰত পদাৰ্পণ কৰি ইন্দুবালাই নিশ্চয় কিছু অকলশৰীয়া অনুভৱ কৰিছিল। তথাপি তেখেতৰ স্বভাৱসুলভ বৈশিষ্ট্যৰে সকলোকে আপোন কৰি ল'বলৈ বেছি অসুবিধা পোৱা নাছিল।

বিয়াৰ পিছতো সেই একেই এখন ভৰপূৰ পৰিয়ালৰ বৰবোৱাৰী হ'ল। সৰুকালৰ পৰা নম্ৰ, অমায়িক ছোৱালী আছিল ইন্দুবালা। পিতৃ গৃহতে মাতৃৰ

পৰা সজ আচৰণৰ আটাইবোৰ কৌশল ইন্দুবালাই আহৰণ কৰিছিল। সেয়েহে বিয়াৰ পিছত বৰবোৱাৰী হৈ ঘৰখনৰ সম্পূৰ্ণ দায়িত্ব সুচাৰু ৰূপে পালন কৰিব পাৰিছিল। লাহে লাহে তেওঁলোকৰ সংসাৰলৈ দুগৰাকী কন্যা-সন্তান আৰু চাৰিজন পুত্ৰ সন্তানে আনন্দৰ বন্যা বোৱালে। ইন্দুবালাৰ এতিয়া বহু দায়িত্ব আহি পৰিল। লাহে লাহে নাতি-নাতিনীয়েও ঘৰখন ভৰি পৰিল। এটা বৃহৎ পৰিয়াল। সত্ৰত সদায়ে পূজা-পাতল, লগতে আলহী অতিথিৰ সমাগম থাকেই। সত্ৰৰ গোঁসাইঘৰৰ সকলোখিনি নীতি-নিয়মেৰে ইন্দুবালাই ঘৰখন সুন্দৰকৈ পৰিচালনা কৰিবলৈ সক্ষম হৈছিল। ঘৰৰ কামবন কৰা মানুহ খিনিক বৰ মৰম আদৰ কৰি ৰাখিছিল। ইন্দুবালা এগৰাকী সম্পূৰ্ণ নিৰহংকাৰী, মৰমিয়াল গৃহিনী, আদৰ্শ মাতৃ। ইন্দুবালাৰ দুগৰাকী কন্যা অনিমা আৰু পূৰ্ণিমা। চাৰিটা পুত্ৰসন্তান ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু মৰমটি সকলোকে সুশিক্ষাৰে শিক্ষিত কৰি তুলি সমাজত চাৰিওটি ল'ৰাকে সুপ্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হোৱাৰ গুৰিতে আছে এগৰাকী আদৰ্শময়ী মাতৃ ইন্দুবালা। কাৰণ দেউতাকে বাগিচাৰ কামত নিজকে ব্যস্ত ৰাখিব লগা হৈছিল।

ইন্দুবালাৰ সুখৰ সংসাৰত হঠাতে ধুমুহাই আহি সংসাৰখন থানবান কৰিলে। ১৯৮২ চনৰ এটা দুখৰ দিন। হঠাতে ইন্দুবালাৰ স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ দুৰ্ঘটনাত মৃত্যু হ'ল। তেখেতে ইমান দুৰ্যোগৰ মাজতো সকলোখিনি কাম নিয়াৰিকৈ চম্ভালি ল'বলৈ সক্ষম হ'ল। প্ৰকৃততে তেখেত এগৰাকী দায়িত্বপূৰ্ণ মাতৃ, গৃহিণী।

সমাজৰ প্ৰতিও তেখেতৰ দায়বদ্ধতাৰ পৰিচয় পোৱা যায়। সামাজিক কামত জড়িত হৈ বৰপথাৰত থকা দিছিৰীগএঞাঁ সত্ৰৰ নামত থকা উৰলি যোৱা ডাকঘৰৰ গৃহটি পুনৰ নিৰ্মাণ কৰে। তেওঁৰ স্বামীৰ স্মৃতি যুগমীয়া কৰিবলৈকে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখন সুন্দৰ তোৰণ নিৰ্মাণ কৰে। ধৰ্মৰ প্ৰতি নিষ্ঠা থকা ইন্দুবালাই গোলাঘাট ষ্টেচনৰোডত তেখেতৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত এখন পূজা ঘৰৰ তোৰণ নিৰ্মাণ কৰে। সমাজৰ কাৰণে নিঃস্বাৰ্থভাৱে কাম কৰা ব্যক্তিসকলক সন্মান জনাই উৎসাহিত কৰি তেওঁ স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰে। উক্ত বঁটা মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা, দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক প্ৰদান কৰে। ইয়াৰ উপৰিও তেওঁ স্বামীৰ স্মৃতিত গোলাঘাট শাখা সাহিত্যসভাৰ জৰিয়তে এখনি



স্মৃতি গ্ৰন্থ প্ৰকাশ কৰে। সাহিত্য সংস্কৃতিৰ প্ৰতি গভীৰ ভাল পোৱা এইয়া তেখেতৰ চূড়ান্ত নিদৰ্শন। লগতে তেখেতৰ ননদ ৰেবা গোস্বামীৰ দ্বাৰা ৰচিত এখনি বিয়ানামৰ পুথি প্ৰকাশ কৰি উলিয়াই। ইয়াৰ উপৰিও ইন্দুবালা গোস্বামীয়ে তেওঁৰ আজু শাহু শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ সাহিত্য প্ৰতিভাৰ বিষয়ে সদৌ অসম লেখিকা সমাৰোহৰ দ্বাৰা প্ৰকাশিত স্বৰ্ণ শইকীয়াৰ সম্পাদনাত ‘লেখিকাৰ জীৱনী’ত এটি প্ৰৱন্ধ লিখে।

ভগৱানৰ প্ৰতি তেখেতৰ গভীৰ ভক্তি আছে। গুৰুজনাৰ কীৰ্তনপুথিত উল্লেখ আছে—

‘নকৰিলো শিৰে মাধৱক নমস্কাৰ
ইটো মাথা গোট মোৰ ভৈল মহাভাৰ।।’

আকৌ—

‘পাৱদুই আছন্তে নগৈলা ক্ষেত্ৰস্থান।
মোৰ পাৱ ভৈল বৃক্ষ শিপাৰ সমান।।’

সেয়েহে তেখেতে তীৰ্থভ্ৰমণ কৰি পৰমেশ্বৰৰ শ্ৰীচৰণত নিজকে অৰ্পণ কৰিব বিচাৰে। গঁয়া, বুদ্ধগঁয়া, বাৰানসী, এলাহাবাদ, দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবন,

জগন্নাথ, পুৰী আদি ভাৰতৰ বিভিন্ন তীৰ্থস্থান ভ্ৰমণ কৰি শান্তি লাভ কৰিছিল। মৃদুভাষী কৰ্মনিপুণা, দায়িত্বসম্পন্না এইগৰাকী নাৰীয়ে মুখত এটি মিঠা হাঁহিৰে সকলোকে আদৰি লয়। এনে এগৰাকী মহান গুণৰ অধিকাৰী ইন্দুবালা গোস্বামীৰ কাৰণে গোলাঘাট লেখিকা পৰিষদে তেখেতৰ জীৱনক লৈ এখনি গ্ৰন্থ প্ৰকাশ কৰাৰ চিন্তা কৰাৰ কাৰণে লেখিকা পৰিষদৰ শলাগ ল'লো। শেষত তেখেতৰ সু-স্বাস্থ্যৰ কামনা কৰিলো।



# স্ব-মহিমাৰে উদ্ভাসিত বিংশ শতিকাৰ এগৰাকী নাৰী

—পূণ্যেশ্বৰ পূজাৰী,
অৱসৰপ্ৰাপ্ত শিক্ষা বিষয়া ,
গোলাঘাট শাখা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি

"অকল নিজৰ নিমিত্তে নহয়
আমাৰ জীৱন ভাই
পৰৰ কাৰণে খাটিব পাৰিলে
সংসাৰ সুখৰ ঠাই।।"

গত বিংশ শতিকাৰ যাঠিৰ দশকলৈকে আমাৰ স্কুলীয়া পাঠ্যক্ৰমত অন্তৰ্ভুক্ত 'ভাঙণি কোঁৱৰ' নামে খ্যাত কবি আনন্দ চন্দ্ৰ আগৰৱালাৰ সহজ সৰল শব্দেৰে ৰচনা কৰা 'সুখ' নামৰ কবিতাটো এটা সুমধুৰ গীত গোৱাৰ দৰে আওৰাইছিলো। কিন্তু প্ৰতিঘাতেৰে ভৰা আমাৰ দীঘলীয়া জীৱন পৰিক্ৰমাত কবিতাটোৱে বহন কৰা চেতনা উদ্দীপক ভাৱধাৰাই নিজকে মানুহ হিচাবে গঢ় দি যে পথৰ সন্ধান দিয়ে উপলব্ধি কৰা নাছিলো। যিহেতু কৈশোৰ কালত গভীৰ আশা-প্ৰত্যাশা আৰু আমোদ-প্ৰমোদৰ মাজত স্বপ্নাতুৰ হৈ গভীৰ অৰ্থব্যঞ্জক মননশীল কবিতাবোৰৰ গভীৰতা উপলব্ধিৰ পৰা আমাক নিলগাই থৈছিল। এজন কিশোৰ হিচাবে শিক্ষা আহৰণত দেখুৱাব পৰা সফলতা বা ল'ৰাকালত বিভিন্ন খেল-ধেমালিৰ প্ৰতিযোগিতা আৰু তৰ্ক প্ৰতিযোগিতা, আকস্মিক বক্তৃতা প্ৰতিযোগিতা আদিত সাফল্য দেখুৱাব পাৰিলে মনত আনন্দ দিছিল আৰু ইয়াৰ বিপৰীতে যিবিলাক বিফলতাই মনত দুখ দিছিল বা নিৰুৎসাহ সৃষ্টি কৰিছিল। কিন্তু সমাজভূক্ত মানুহ হিচাবেএজন ব্যক্তিয়ে ব্যক্তিগত জীৱনত বা সাংসাৰিক পথ পৰিক্ৰমাৰ লগত কৰা সফলতা বা বিফলতাৰ তুলাচনীৰে সমাজ জীৱন তথা জাতীয় জীৱন সমৃদ্ধ কৰিব পৰা তেওঁৰ সামৰ্থৰ বিশ্লেষণী ক্ষমতা কৈশোৰত আয়ত্ব কৰা নাছিলো।

# অনন্যা ইন্দুবালা

গোলাঘাটৰ এটা প্ৰখ্যাত সংস্কৃতিৱান আৰু সম্ভ্ৰান্ত পৰিয়াললৈ বিবাহসূত্ৰে বোৱাৰী হৈ অহা বৰ্তমান বয়োজ্যেষ্ঠা মহিলা শ্ৰীযুতা ইন্দুবালা গোস্বামী স্ব-মহিমাৰে গোলাঘাটৰ সমাজ জীৱনত উদ্ভাসিত হৈ উঠিছে। এই বিষয়ে আলচ কৰিবলৈ লওঁতে প্ৰসংগক্ৰমে আমাৰ কৈশোৰ কালৰ উপলব্ধিও সুঁৱৰিছো।

আমাৰ সমাজত বহু ব্যক্তিৰ মাজতে একোগৰাকী ব্যক্তি নিজস্ব গুণ গৰিমাৰে অন্য বহু জনতকৈ ব্যতিক্ৰমী ব্যক্তি হৈ উঠে। সুৰুচিবোধ, শিষ্টাচাৰ,



সৰলতা, মমতা, নিষ্ঠা, উদাৰতা, পৰোপকাৰিতা, মানসিক দৃঢ়তা আৰু কৰ্মকুশলতাই পুৰুষ বা মহিলা যিকোনো ব্যক্তিক তেওঁৰ সমাজখন উজলাই ৰাখে আৰু এনে ব্যক্তি সকলোৰে সমাদৃত হৈ পৰে। 'ইন্দু' শব্দই জোন বা চন্দ্ৰক বুজায়। জোনৰ স্নিগ্ধ কোমল পোহৰে শিশুৰ পৰা বৃদ্ধলৈকে সকলোৰে দেহ মন পুলকিত কৰে। মনৰ উদ্বিগ্নতা দূৰ কৰে। ইন্দুবালা গোস্বামী বাইদেউৰ সান্নিধ্যলৈ অহা সকলোকে

নিশ্চয় শান্ত সমাহিত কৰাই নহয় অনুপ্ৰেৰণাও যোগায় আৰু মনৰ মলিনতা আঁতৰায়। বিংশ শতিকাৰ চতুৰ্থ দশকৰ আগভাগতে জন্মগ্ৰহণ কৰা ইন্দুবালা গোস্বামী কিছুমান বিশেষ গুণেৰে বিভূষিতা এগৰাকী মহিমাময়ী নাৰী। কামপুৰৰ এক সম্ভ্ৰান্ত তথা আঢ্যৱন্ত পৰিয়ালৰ জীয়ৰী হৈও উচ্চ শিক্ষানুষ্ঠানৰ অভাৱত তেওঁ উচ্চ শিক্ষাৰ পৰা বঞ্চিত হৈছিল যদিও প্ৰাচ্য শিক্ষাত অগ্ৰণী পৰিয়ালটোত তেওঁ আধ্যাত্মিক আৰু ধৰ্মীয় শিক্ষা ভালদৰে আয়ত্ব কৰিছিল।

অন্যহাতে সংস্কৃতিবান পৰিয়ালটোত প্ৰাচীন ধৰ্মীয় পৰম্পৰা আৰু ৰীতি-নীতি ৰ লগত ভালদৰে পৰিচিত হৈ গাৰ্হস্থ্য ধৰ্মৰ সকলো জ্ঞান আয়ত্ব কৰিছিল। সেইসময়ৰ হিন্দু ধৰ্মীয় পৰম্পৰা অনুযায়ী তেওঁ কম বয়সতে বিবাহপাশত আৱদ্ধ হৈছিল। বিবাহিত জীৱনত তেওঁ ৰুচি সম্পন্ন, সুদক্ষা বোৱাৰী আৰু উদ্যমী স্বামীক এজন উদ্যোগপতি ৰূপে চাহ বাগিচা পৰিচালনা কৰাত যিদৰে প্ৰেৰণা যোগাইছিল এগৰাকী মমতাময়ী, এগৰাকী মাতৃ হিচাবেও সাংসাৰিক জীৱন সুচাৰুৰূপে চলাইছিল। দুগৰাকী জীয়ৰীকে ধৰি চাৰিজন পুত্ৰক উপযুক্ত শিক্ষাৰে শিক্ষিত কৰি তোলাৰ লগতে উপযুক্ত মানুহ হিচাবেও গঢ় দিছে। ব্যক্তিগত জীৱনৰ মায়া মোহ আৰু সুখ আদৰ্শই তেওঁৰ জীৱনৰ মহৎ লক্ষ্যৰ পৰা আঁতৰাই আনিব পৰা নাই। সমাজিক দায়ৱদ্ধতাৰে তেওঁ সমাজ জীৱন সমৃদ্ধ কৰাত ব্ৰতী হোৱাৰ লগতে সমাজৰ অৱহেলিত আৰু নিষ্পেষিত সকলৰ জীৱনৰ উত্তৰণ ঘটোৱা কেইবাজনো সমাজ সংস্কাৰক সন্মান যাচি কৰ্মক্ষেত্ৰত অনুপ্ৰেৰণা যোগাইছে।

জীৱিকা নিৰ্বাহৰ বাবে বৃটিছ শাসকৰ অধীনত বা বৃটিছ কোম্পানীৰ দ্বাৰা পৰিচালিত উদ্যোগত কোনো চাকৰিৰ বাবে লালায়িত নহৈ স্বাধীনচিতীয়াভাৱে ব্যৱসায় বা উদ্যোগ স্থাপনৰ মানসিকতা গঢ় দিয়া অসমৰ মুষ্ঠিমেয় ব্যক্তি কেইজন মানৰ ভিতৰত ইন্দুবালা গোস্বামীৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীও আছিল এজন। তেওঁ প্ৰতিষ্ঠা কৰা বৰ্তমান কাৰ্বি-আংলং জিলাৰ অন্তৰ্ভুক্ত শিলনিজানৰ সমীপৰ শোভনেশ্বৰী চাহ বাগিচাখনৰ পৰিচালনাৰ দায়িত্ব এসময়ত বহন কৰিব লগা হয় তেওঁৰ কৰ্মস্পৃহা, সাত্বিক ভাৱাপন্ন পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীয়ে। বৰ্তমান সময়ত ব্যৱসায় বা উদ্যোগ পৰিচালনাৰে বিশেষ

শিক্ষা (Business Administration)ৰ প্ৰতিষ্ঠান যিদৰে গঢ় লৈ উঠিছে সেই সময়ত তেনেধৰণৰ বিশেষ শিক্ষা লাভ নকৰাকৈয়ে নিজস্ব বুদ্ধিমত্তা, কৰ্মকুশলতা আৰু চাহ শ্ৰমিকসকলৰ লগত সৌহাৰ্দপূৰ্ণ সম্পৰ্কৰে চণ্ডিকা বল্লভ গোস্বামীয়ে বাগিচাখন জিলাখনৰ এখন অন্যতম উন্নত চাহ বাগিচাৰূপে গঢ় দিয়ে। চণ্ডিকা বল্লভ গোস্বামী অকালতে আকস্মিকভাৱে ইহসংসাৰৰ পৰা বিদায় লোৱাত স্বামী পৰায়ণা পত্নী ইন্দুবালা গোস্বামী দুখ শোকত ম্ৰিয়মান হ'লেও দিক্‌ভ্ৰান্ত নহ'ল। পৰিয়ালৰ ভৰণ-পোষণৰ সাংসাৰিক দায়িত্ব সুচাৰুৰূপে পালন কৰাৰ লগতে চাহ বাগিচাখনৰ পৰিচালনাৰ ক্ষেত্ৰত এক সুদক্ষা কৰ্মস্পৃহা নাৰী হিচাবে দায়িত্ব পালন কৰে। উচ্চ পৰিয়ালৰ এগৰাকী বোৱাৰী স্বৰূপে সনাতন ধৰ্মীয় ৰীতি-নীতি আৰু পৰম্পৰা ৰক্ষা কৰিও ধৰ্মীয় গোড়ামিক প্ৰশ্ৰয় দিয়া নাই। দীৰ্ঘকাল ধৰি সমাজত চলি থকা ধৰ্মীয় কু-সংস্কাৰ আৰু অন্ধ-বিশ্বাসৰ পৰা মুক্ত হ'ব পৰাটোহে এগৰাকী নাৰীৰ চাৰিত্ৰিক বৈশিষ্ট্য।

স্বামীৰ সুখ-দুখৰ সমভাগী হৈ থকা পতিব্ৰতা ইন্দুবালা গোস্বামীয়ে প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীৰ সোঁৱৰণত অসমৰ চাহ শ্ৰমিক বা প্ৰাক্তন চাহ শ্ৰমিকৰ শৈক্ষিক, ধৰ্মীয় আৰু সাংস্কৃতিক দিশত কল্যাণমূলক কাম হাতত লোৱা প্ৰগতিবাদী চিন্তাৰ সুখী ব্যক্তিসকলক অনুপ্ৰেৰণা দিয়াৰ উদ্দেশ্যে চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা আগবঢ়াই আহিছে। নিৰ্যাতিত, নিষ্পেষিত আৰু শোষিত লোকসকলৰ কল্যাণৰ হকে নিষ্ঠাৰে কাম কৰা ব্যক্তিৰ সংখ্যা হ্ৰাস পাইছে।

সাম্প্ৰতিক কালত সমাজৰ সংখ্যাগৰিষ্ঠ লোক বস্তুবাদী চিন্তা চেতনাৰে আচন্ন হৈ থাকি ভোগবাদক জীৱনৰ সৰ্বোত্তম লক্ষ্য হিচাবে গ্ৰহণ কৰাটো পৰিলক্ষিত হৈছে। মায়া মোহেৰে ভৰা সাংসাৰিক কামনা বাসনা চৰিতাৰ্থ কৰিবৰ বাবে ধন, ঐশ্বৰ্য আৰু সম্পদ আহৰণতে ক্ষণভংগুৰ জীৱনৰ অধিক সময় অতিবাহিত কৰাৰ ফলত বেছিভাগ মানুহ সামাজিক প্ৰাণী হৈয়ো স্বাৰ্থ পূৰণতে ব্যস্ত। সামূহিক কল্যাণৰ বিষয়ে চিন্তা কৰা ব্যক্তিৰ সংখ্যা অতি মুষ্টিমেয়। সুৰুচি, সদাচাৰ, পৰিপূৰক বুজা-বুজি, চেনেহ শ্ৰদ্ধা আৰু পৰোপকাৰৰ মনোভাৱ ক্ৰমান্বয়ে হ্ৰাস পাইছে।

তৎস্বত্বেও আশাৰ বতৰা লৈ মাথোন বস্তুবাদী চিন্তা-চৰ্চাতে আছন্ন হৈ

নাথাকি আমাৰ মাজত ক্ৰমে একাংশ মহানুভৱী পুৰুষ-তিৰোতা এতিয়াও আছে যি সকলে বৃহৎ সমাজৰ মংগলৰ বাবে, অসহায় নিপীড়িত আৰু নির্যাতিত লোকৰ দুখ-যাতনা লাঘৱ কৰিবৰ বাবে অহৰহ প্ৰয়াস চলাই আছে। অতীতৰ উপনিষদীয় চিন্তাৰ দ্বাৰা কিছু শক্তি এতিয়াও অনুপ্ৰাণিত হৈ সৰল মানসিকতাৰ অধিকাৰী হ'ব পাৰিছে। তেওঁলোকে পবিত্ৰ ঋকবেদৰ বাণীৰে যেন আমাক সকলোকে সোঁৱৰাব বিচাৰিছে।

"শৃণন্তু বিশ্বে অমৃতস্য পুত্ৰাঃ
আ যে দিব্যধামানি তস্থুঃ
বেদাহ সেতং পুৰুষং মহান্তম্
অদিত্যবর্ণং তমসঃ পৰস্তাৎ"

(হে অমৃতৰ পুত্ৰগণ, শুনা আমি জ্যোতির্ময় সহায় পুৰুষক জয় কৰিছোঁ, মানৱ সমাজৰ যি আলোকিত সত্য উদ্ভাসিত হয়, সেই আলোকৰ উৎসৰক আমি গোটেই পৃথিৱীত প্ৰসাৰিত কৰিব খোজো।)

শ্ৰদ্ধেয়া বাইদেউ শ্ৰীযুতা ইন্দুবালা গোস্বামীও এই ঋকবেদীয় বাণীৰে নিশ্চয় উদ্ভাসিত হৈছে। তেখেতৰ সুস্বাস্থ্য আৰু ফলপ্ৰসূ জীৱন কামনা কৰিলো।

# এগৰাকী সফল মাতৃ, সফল সমাজসেৱিকা ইন্দুবালা গোস্বামী

—ৰেখা শৰ্মা
বিশিষ্ট লেখিকা, নগাঁও

মনুষ্য জীৱন ধাৰণ কৰিবলৈ পোৱাটো আমাৰ সনাতন ধৰ্মৰ কাৰণে সৌভাগ্যৰ কথা। দেৱতা সকলেও নিজৰ কৰ্ম বা ফলৰ পৰা মুক্তি পাবলৈ মানৱ জীৱন ধাৰণ কৰিবলৈ সাধনা কৰে। অষ্ট বসু তাৰেই উদাহৰণ। পৃথিৱীত বহুত মানুহৰ জন্ম হয়। ঋষি মুনি, সৎ-অসৎ, চোৰ-ডকাইত অনেক প্ৰকৃতিৰ লোকৰ জন্ম হয়। সকলো জীৱই যদি ভাল কাম কৰি সৎ পথত থাকিলে হেঁতেন পৃথিৱী খনত ইমান অশান্তিৰ সৃষ্টি নিশ্চয় নহ'ল হয়।

এতিয়া মই যিগৰাকী মাতৃৰ ওপৰত আলোক পাত কৰিব লৈছোঁ



(১৯৫৩ চনৰ ২৮ এপ্ৰিল, ইন্দুবালাৰ শুভবিবাহৰ এই ফটোখন সযতনে ৰাখিছে ভতিজাক ৰেখা শৰ্মাই)

তেখেত হৈছে নগাঁও জিলাৰ এটা অঞ্চল কামপুৰৰ পাচনিজাৰৰ। প্ৰয়াত ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীৰ মাতৃ গৌৰীপ্ৰিয়া গোস্বামীৰ কনিষ্ঠা কন্যা ইন্দুবালা গোস্বামী। পিতৃৰ পিতৃ অৰ্থাৎ ইন্দুৰ ককাক প্ৰয়াত ধনীৰাম গোস্বামী সেইসময়ত সেই অঞ্চলৰ এজন বিশিষ্ট তথা প্ৰতাপী ব্যক্তি আছিল। ব্যৱসায়-বাণিজ্য, খেতিপথাৰৰ জৰিয়তে সেই অঞ্চলৰ লোকসকলক সচ্চল কৰি অঞ্চলটোত জাকত জিলিকা হ'ব পাৰিছিল। তেনে এটি পৰিয়ালত মাতৃ গৌৰীপ্ৰিয়াৰ গৰ্ভত ইন্দুবালাৰ ১৯৩৩ চনৰ ২৪ ডিচেম্বৰৰ ৰবিবাৰৰ দিনা জন্ম হয় ।পিতৃ-মাতৃৰ সজ কৰ্ম, উপৰি পুৰুষৰ আশীৰ্বাদত হে এখন গৃহত সজ সন্তান জন্ম হয় তাৰেই উদাহৰণ এই পৰিয়ালটি।

বৰপুত্ৰ গকুল চন্দ্ৰ গোস্বামী, কৃষ্ণ গোস্বামী, লক্ষীপ্ৰসাদ গোস্বামী, ভাৰত গোস্বামী, দেৱেন গোস্বামী আৰু কনিষ্ঠ প্ৰভাত গোস্বামী, কন্যা জয়া পেহী, ইন্দু পেহী। ইন্দুবালাই প্ৰাথমিক শিক্ষা সাং কৰি ঘৰতেই উচ্চ শিক্ষাৰ শিক্ষা লৈছিল। কিয়নো সেই ঘৰখনত আমাৰ আই মধুমতী গোস্বামীক শতবৰ্ষৰ বহু আগতেই ঘৰুৱা পণ্ডিতৰ হতুৱাই শিক্ষাৰ আদিপাঠ দিছিল। যাৰ বাবে তেখেতৰ মৃত্যুৰ আগলৈকে কিতাপ পঢ়াত অতি ৰাপ আছিল। যিগৰাকী মহিলাৰ কথা কৈছো সেইগৰাকী ইন্দু বালাৰ পেহীয়েক। ইয়াকে কয় সম্ভ্ৰান্ত পৰিয়াল। ধন দৌলতৰ জৰিয়তে আভিজাত্য নুবুজায়। সজ আচৰণ, সৎস্বভাৱ, নম্ৰতা এই গোটেই খিনি এই পৰিয়ালটোত আছিল। তাৰ প্ৰভাৱ ইন্দু পেহীৰ গাতো পৰিছিল। কিমান মধুৰ, কিমান আন্তৰিক ভৰা সেই পুৰণা কামপুৰৰ দিনবিলাক। ইন্দু পেহীৰ মাতৃ গৌৰীপ্ৰিয়া আই গৰাকীৰ স্বভাৱ সুলভ ব্যৱহাৰে সকলোকে মুগ্ধ কৰিব পাৰিছিল। জুহালৰ গুৰিত বহুৱাই কাঁহৰ বাতিত সজাই দিয়া সেই মখাদৈৰ জলপান খিনিৰ সোৱাদ আজিও পাহৰিব পৰা নাই। তেনে এগৰাকী মাতৃৰ গৰ্ভত জন্ম লোৱা পেহীৰ সেই একেই স্বভাৱ। এইগৰাকী আইৰ হাততে আগৰ মাতৃৰ চাৰিটাকৈ পুত্ৰ, দুগৰাকীকৈ জীয়ৰীক একে ডাল ডোলেৰে মাতৃত্বৰ মৰমদি বান্ধি ৰাখিব পাৰিছিল। সেইগৰাকী মাতৃৰ কন্যা ইন্দু পেহী উদাৰ নহৈ, পৰোপকাৰী নহৈ কোন হ'ব পাৰে? বিয়াৰ বয়স হোৱাৰ লগে লগে চিন্তা বাঢ়িল। ক'ত দৰা পাব। বিয়াৰ আগতেই পিতৃৰ বিয়োগ ঘটিল। আটাইকেউজন ককায়েকে উপযুক্ত ল'ৰাৰ বিচাৰ ল'লে। শেষত ১৯৫৩ চনত অসমৰ এটা

## অনন্যা ইন্দুবালা

প্ৰখ্যাত বিদ্বান পৰিয়াল শিলনিজানৰ শ্ৰীশ্ৰীদিছিৰীগএঁা সত্ৰৰ সত্ৰাধিকাৰ শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহ কাৰ্য সম্পন্ন হয়। ইন্দু পেহীৰ বিয়াৰ সময়ত  গীতুমাই, প্ৰয়াত আৰতি, ইলি আৰু মই হাইস্কুলীয়া ছাত্ৰী আছিলোঁ। আমাৰ খুব আনন্দ কন্যাৰ লগত ফটো তোলা, কন্যাক সজোৱা, মুখত ঘঁহা পাউদাৰৰ লগতে সেন্দুৰ মিলাই কন্যাক উজ্বল কৰি তোলাৰ কথা মনত পৰিলে এতিয়াও আনন্দ লাগে। খোপা বান্ধিছিল অম্বাখুৰীৰ মাকে। বিবাহ কাৰ্য সম্পন্ন হৈছিল তেওঁলোকৰ নিজৰ গোঁসাই ঘৰত। মণিকূটৰ সন্মুখত সম্প্ৰদান কৰিছিল কৃষ্ণ খুৰাটীয়ে। দৰাৰ লগত আন মানুহৰ লগতে মিচিং জনগোষ্ঠী নে কি মনত নাই কিন্তু গীত গাই সৰু সৰু তাল বজাই গোৱা গীতৰ সুৰ বহুত দিনলৈ মনত পৰিছিল। কন্যা ঘৰৰ আপ্যায়নৰ আন জলপানৰ লগত জিলাপি খোৱাটো মনত পৰে। একো গৰাকী মাইকী মানুহে মাটি মাহ পটাত পিহি  জিলাপি  তৈয়াৰ কৰাৰ সামগ্ৰী তৈয়াৰ কৰিছিল। আনন্দ উৎসাহৰ মাজেদি ইন্দু পেহীৰ বিবাহ কাৰ্য সম্পন্ন হয়। আমাৰো কামপুৰলৈ যোৱাৰ যিটো আগ্ৰহ সেইটো কমি আহিল। বিবাহৰ পিছত দৰা চণ্ডিকা বল্লভ গোঁসাই আমাৰ ঘৰলৈ আহিছিল তেতিয়াৰ দিনৰ দামী গাড়ী (বুইক) লৈ। আইৰ বৰ ফুৰ্তি ভতিজা জোৱায়েকক লৈ। সেই ইন্দুপেহী আজি এগৰাকী সফল মাতৃ। চাৰিজন পুত্ৰ অমূল্য, অপূৰ্ব, অৰূপ আৰু অমিতাভ। কন্যা অনিমা আৰু পূৰ্ণিমা। পূৰ্ণিমাই ইতিমধ্যে সংসাৰৰ পৰা বিদায় লৈছে। উপযুক্ত বোৱাৰী নাতি-নাতিনীৰে ভৰপূৰ সংসাৰৰ দায়িত্ব পালন কৰাৰ বাদেও সামাজিক কামত বিশেষকৈ তেখেতৰ স্বামীৰ অকাল মৃত্যুৰ পিছত সকলো ব্যৱসায় তেখেতৰ বুদ্ধি মত্তাৰে চম্ভালি আজি সমাজতে সু-প্ৰতিষ্ঠিত হ'বলৈ সক্ষম হৈছে। তেখেতৰ স্বামীৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখন তোৰণ নিৰ্মাণ কৰে। তেওঁৰ শহুৰ তাৰিণী বল্লভ গোস্বামীৰ নামত এখন পূজা ঘৰৰ তোৰণ নিৰ্মাণ কৰাই নহয় স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰি সমাজৰ বিশেষ ব্যক্তি সকলক উৎসাহিত কৰাৰ লগতে স্মৃতিগ্ৰন্থৰ জৰিয়তে সাহিত্য সভাকো জীপাল কৰি ৰাখিছে। হাইস্কুল, কলেজৰ শিক্ষা নগৰকা এই গৰাকী মাতৃয়ে যিখিনি মহানুভৱতাৰে সামাজিক কামত নিজকে নিয়োজিত কৰি ৰাখিলে সেয়াই সকলোৰে বাবে অনুকৰণীয় 'বহু জন হিতায় বহু জন সুখায়'।

আনৰ বাবে কৰিব পৰাটোতহে আনন্দ আছে, সুখ আছে। সদা হাস্যময়ী এই গৰাকী পেহীৰ ওপৰত লিখিবলৈ পায় নিজকে ধন্য মানিছো। তেখেতৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলো।



# এগৰাকী নমস্য নাৰীলৈ আন্তৰিক সম্বৰ্ধনা

—ড° নিৰ্মলা
শৰ্মা
প্ৰাক্তন অধ্যক্ষা
ৰাজ্যিক শিক্ষা সংস্থা, অসম
যোৰহাট।

কামপুৰ। নগাঁও জিলাৰ, জিলা সদৰ নগাঁও চহৰৰ পৰা ২৮ মাইল (প্ৰায় ৪৬ কিলোমিটাৰ) দূৰত । বৰ্তমান বিদ্যালয়, মহাবিদ্যালয়, হস্পিতাল, বেঙ্ক আদিৰে এখন সৰু চহৰত পৰিণত হৈছে যদিও যোৱা শতিকাৰ ত্ৰিশৰ দশকত আছিল অত্যন্ত পিছপৰা। যোগাযোগ ব্যৱস্থা একেবাৰেই সুচল নাছিল। তেনে এক ঠাইতেই ১৯৩৩ চনত জন্ম হয় ইন্দুবালা গোস্বামীৰ —এক সম্ভ্ৰান্ত পৰিয়ালত। পিতৃ প্ৰয়াত ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী মৌজাদাৰ তথ্য অনাৰেৰী মেজিষ্ট্ৰেট আছিল। মাতৃ আছিল প্ৰয়াত গৌৰীপ্ৰিয়া গোস্বামী। পিতৃ-মাতৃৰ মুঠ আঠোটা সন্তানৰ ভিতৰত ইন্দুপ্ৰভা আছিল নুমলীয়া। এক আধ্যাত্মিক আৰু সাংস্কৃতিক পৰিৱেশত ডাঙৰ হোৱা ইন্দুবালাই শৈশৱতেই সৎ, সুন্দৰ জীৱনৰ আদিপাঠ পাইছিল। বিদ্যুৎসাহী পিতৃ-মাতৃয়ে আটাইকেইজন সন্তানকে শিক্ষা-দীক্ষাৰ বাবে অসুচল ঠাইৰ পৰাই পঢ়াই-শুনাই সমাজত সুন্দৰভাৱে প্ৰতিষ্ঠিত কৰিলে। ইন্দুবালা গোস্বামীৰ জ্যেষ্ঠ ভাতৃ প্ৰয়াত গকুল গোস্বামী অসম চৰকাৰৰ মুখ্য অভিযন্তা হিচাপে সেৱা আগবঢ়াইছিল আৰু এসময়ৰ ৰাজধানী ছিলঙত স্থায়ীভাৱে বাস কৰিছিল। আন এজন জ্যেষ্ঠ ভাতৃ প্ৰয়াত লক্ষী গোস্বামী প্ৰখ্যাত স্বাধীনতা যুঁজাৰু আৰু অসম মন্ত্ৰীসভাৰ কৃষি আৰু ৰাজহ মন্ত্ৰী আছিল। ইন্দুবালাৰ পিতৃ-মাতৃয়ে যে কেৱল পুত্ৰ সন্তানসকলক পঢ়া-শুনাৰ সুবিধা দিলে এনে নহয়। নাৰী শিক্ষাত বিশ্বাসী প্ৰগতিশীল পিতৃ-মাতৃয়ে কামপুৰতে পাব পৰা ন্যুনতম সুবিধাখিনি গ্ৰহণ কৰাই ইন্দুপ্ৰভাক এম. ভি. পৰ্যায়লৈকে পঢ়াৰ ব্যৱস্থা কৰিলে। বৰ্তমান কামপুৰত থকা কামপুৰ উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়খন ১৯৩৮ চনতে স্থাপিত হৈছিল যদিও ইন্দুবালা গোস্বামীয়ে পঢ়াৰ দিনত এম, ভি পৰ্যায়লৈকেহে আছিল। সেয়েহে এম, ভি পৰ্যায় সম্পূৰ্ণ কৰিয়েই ইন্দুবালা

গোস্বামীয়ে আনুষ্ঠানিক শিক্ষা সামৰিব লগা হ'ল। কিন্তু তেখেতৰ পিতৃয়ে ঘৰতেই শিক্ষাৰ ব্যৱস্থা কৰি প্ৰয়োজনীয় ব্যৱহাৰিক শিক্ষা আহৰণ কৰোৱাৰ উপৰিও বিভিন্ন কিতাপ, পুথি আদি পঢ়িব পৰা কৰি তুলিলে। যাৰ ফলত ঘৰুৱা কাম-বন, তাঁত-সুত, ৰন্ধা-বঢ়া, হাতৰ কাম আদিত পাৰদৰ্শী হোৱাৰ লগতে তেখেত এগৰাকী অধ্যয়নশীল মহিলা হৈ পৰিল। একোজন ব্যক্তিৰ শৈক্ষিক সামৰ্থ কেৱল আনুষ্ঠানিক শিক্ষাৰে জুখিব নোৱাৰি। ঘৰতেই আহৰণ কৰা শিক্ষাৰেই তেখেতৰ সাহিত্য চৰ্চাৰো উমান পোৱা যায়। শ্ৰীযুতা গোস্বামীয়ে তেখেতৰ আজু শাহু, বিশিষ্ট শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ জীৱনৰ ওপৰত এক লেখা সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ গোলাঘাট শাখা, অসম লেখিকা পৰিষদে প্ৰকাশ কৰা গ্ৰন্থত প্ৰকাশ কৰে। কোনে জানে সময় মতে সুযোগ সুবিধা পোৱা হ'লে আৰু নিজৰ মাজত এই প্ৰতিভা আছে বুলি জনা হ'লে তেখেতে হয়তো সাহিত্যৰ ক্ষেত্ৰখনতো বহুদূৰ আগুৱাই যাব পাৰিলেহেঁতেন। এই ক্ষেত্ৰত মহিলা সাহিত্যৰ অনুষ্ঠানসমূহে (যেনে—সদৌ অসম লেখিকা সমাৰোহ সমিতি, অসম লেখিকা সংস্থা আদি অনুষ্ঠান) মহিলাসকলৰ মাজত থকা সাহিত্য প্ৰতিভা প্ৰকাশৰ বাবে লোৱা উদ্যোগ শলাগিবলগীয়া। আন এক উল্লেখনীয় কথা যে শোভনেশ্বৰী দেৱী গোস্বামীৰ জীৱন সম্পৰ্কে লেখা প্ৰকাশ কৰি শ্ৰীযুতা ইন্দুবালা গোস্বামীয়ে কেৱল পৰিয়ালৰ প্ৰতিয়ে নহয় সমাজৰ প্ৰতিয়ো এক বিশেষ দায়িত্ব পালন কৰিলে। শোভনেশ্বৰী দেৱী গোস্বামীয়ে ১৯ শতিকাৰ শেষ ভাগত কেইবাখনো কাব্য শাস্ত্ৰ লিখে। তেখেতে সাঁচি পাতত লেখা সাঁচিপতীয়া ধৰ্ম-গ্ৰন্থ এতিয়াও শিলনিজানৰ দিছিৰীগঞাঁ সত্ৰত সংৰক্ষিত হৈ আছে। সেই সময়ৰ ৰক্ষণশীল সমাজ ব্যৱস্থাত এগৰাকী নিচেই কম বয়সীয়া বোৱাৰীয়ে, যাৰ বিয়া হৈছিল বাৰ বছৰ বয়সত—সকলো ঘৰুৱা কাম বন কৰি, ব্যাকৰণ, জ্যোতিষ, সাহিত্য চৰ্চা কৰি এগৰাকী শাস্ত্ৰজ্ঞ পণ্ডিত হোৱা সাধাৰণ কথা নহয়। বহুকেইখন পুথি প্ৰণয়ন কৰা এই গৰাকী বিদুষী নাৰী শোভনেশ্বৰী দেৱী গোস্বামীক কালৰ গৰ্ভত হেৰাই যাবলৈ নিদিয়াকৈ ৰাখিলে সুযোগ্যা নাতি বোৱাৰী ইন্দুবালা গোস্বামীয়ে।

সেই সময়ৰ সমাজ ব্যৱস্থাত ছোৱালীৰ বাবে পঢ়া-শুনা কৰি উচ্চ শিক্ষা লোৱাতকৈ এক ভাল বৈৱাহিক সম্বন্ধই অধিক গুৰুত্ব পাইছিল। প্ৰচলিত নিয়ম অনুসৰিয়েই ১৯ বছৰ বয়সত শিলনিজানৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ

## অনন্যা ইন্দুবালা

প্ৰয়াত তাৰিণীবল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকাবল্লভ গোস্বামীৰ লগত ইন্দুবালাৰ বিবাহ সম্পন্ন হয়। কামপুৰৰ পিতৃ গৃহৰ পৰা আহি সোমালেহি আন এক পৰিৱেশত য'ত সত্ৰ-সংস্কৃতি আৰু ব্যৱসায় বাণিজ্য একেলগে সাঙোৰ খাই আছে। ইন্দুবালা গোস্বামীৰ শহুৰেক তাৰিণীবল্লভ গোস্বামী এজন সংস্কৃত আৰু ইংৰাজীত সমানে বুৎপত্তি থকা অগাধ পণ্ডিত আছিল। তেখেতৰ ককাক কৃষ্ণ মিশ্ৰই মাজুলীৰ পৰা আহি ধনশিৰিৰ পাৰত স্থাপন কৰা দিছিৰী গঞাঁ সত্ৰখন শিলনিজানৰ দূৰ্গম অৰণ্যৰ মাজলৈ স্থানান্তৰ কৰিলে। দিছিৰীগঞাঁ সত্ৰ স্থাপনৰ সময় ১৯০৩ চন। সেই সময়ত সেই ঠাইত কোনো আনুষ্ঠানিক শিক্ষাৰ সুবিধা নথকা গাঁওবাসীৰ বাবে এই সত্ৰই সেই ঠাইৰ জনজীৱনৰ উত্তৰণৰ ক্ষেত্ৰত বিশেষ ভূমিকা লৈছিল। কাৰণ সৎ আৰু সুন্দৰ জীৱনৰ বাবে নৈতিক শিক্ষা দিয়া সত্ৰবিলাকক এক অৰ্থত একোটা শৈক্ষিক কেন্দ্ৰ বুলি ক'ব পাৰি। একে সময়তে জীৱিকাৰ পথ হিচাবে চন পৰি থকা মাটিত অশেষ কষ্ট কৰি চাহৰ খেতি কৰিবলৈ আৰম্ভ কৰে। কালক্ৰমত সেই খেতিয়েই এখন চাহ বাগিচাৰ ৰূপ পালে আৰু মাতৃৰ নামেৰে নামাঙ্কিত কৰে। এইখনেই বৰ্তমানৰ কাৰ্বি আংলং জিলাৰ লেখত ল'ব লগীয়া "শোভনেশ্বৰী" চাহ বাগিচা। বাট-পথৰ সুচল নথকা অটব্য হাবিৰ মাজত সত্ৰ আৰু চাহ বাগান স্থাপন কৰি সেই অঞ্চলত শিক্ষা, সংস্কৃতি, বাণিজ্যৰ বাতাবৰণ সৃষ্টি কৰি অঞ্চলটোৰ উত্তৰণত বৰঙণি যোগোৱা তাৰিণীবল্লভ গোস্বামীক ইতিহাসে সদায়েই স্মৰণ কৰিব। যেনে পিতৃ, তেনে পুত্ৰ। তেখেতৰ পুত্ৰ, ইন্দুবালা গোস্বামীৰ স্বামী চণ্ডিকাবল্লভ গোস্বামীয়ে উত্তৰাধিকাৰী সুত্ৰে পোৱা এই দুয়োটা অনুষ্ঠানৰে উন্নতিৰ কাৰণে সকলো প্ৰকাৰে চেষ্টা কৰি গ'ল। ইন্দুবালাই স্বামীৰ সোঁ হাত স্বৰূপ হৈ স্বামীৰ সকলো সৎ কৰ্মত হাত উজান দি অৰ্ধাঙ্গিনীৰ দায়িত্ব সম্পূৰ্ণকৈ পালন কৰিলে। ৬ টা সন্তানেৰে ঘৰ সংসাৰ, সত্ৰৰ কাম-কাজ, বাগান, আলহী-অতিথি, আত্মীয় স্বজনৰ খা-খবৰ লোৱা, সেই অঞ্চললৈ অহা বিশিষ্ট ব্যক্তিৰ আপ্যায়ন আদি বিভিন্ন কামত ব্যস্ত হৈ পৰিল। এই সকলোতে ইন্দুবালাই পৰিচয় দিলে এগৰাকী সুনিপুণ গৃহিনীৰ, আদৰ্শ মাতৃৰ, মৰমিয়াল আৰু সহায়ক স্বৰূপ পত্নীৰ, সহানুভূতিশীল আত্মীয়ৰ, অমায়িক অতিথি সেৱিকাৰ। প্ৰতিটো ভূমিকাই পালন কৰিছে দক্ষতাৰে। কেতিয়াবা হয়তো সত্ৰৰ নীতি-নিয়ম পালন কৰি সুদা ভৰিৰে নাদৰ পৰা পানী

তুলি আনি সাত্বিকভাৱে ৰন্ধা-বঢ়া কৰিব লাগিছিল। আন কোনোবা দিনা হয়তো শোভনেশ্বৰী বাগানৰ বঙলাৰ ডাইনিং কোঠাত পশ্চিমীয়া আদৰ-কায়দাৰে কোনো কোনো অতিথিক আপ্যায়িতও কৰিব লগা হৈছিল। প্ৰাচ্য আৰু পাশ্চাত্যক সমন্বিত কৰি চলি যোৱাটো এই পৰিয়ালৰ এক পৰম্পৰাত পৰিণত হৈছে।

হঠাৎ আহিল ধুমুহা! ১৯৮২ চনৰ মাৰ্চ মাহৰ কোনো এটা বৃহস্পতি বাৰৰ দুপৰীয়া। দুৰ্ঘটনাত আকস্মিক বিয়োগ ঘটে স্বামী চণ্ডিকাবল্লভৰ। কিন্তু ধৈৰ্য নেহেৰুৱালে! বিচলিত নহ'ল!! ধৈৰ্য, সাহস, মনোবলৰ দৰে নৈতিক গুণৰ আদিপাঠ পিতৃ গৃহতে আহৰণ কৰিছিল। আৰু দৃঢ় হ'ল বিদ্যাভূষণ, শাস্ত্ৰজ্ঞ পণ্ডিত, স্থিতপ্ৰজ্ঞ স্বামীৰ লগত একেলগে জীৱন কটোৱাৰ অভিজ্ঞতাৰে স্বামীৰ মৃত্যুৰ পাছত সংসাৰৰ সমস্ত দায়িত্ব মূৰ পাতি লোৱাৰ উপৰিও স্বামীৰ ব্যৱসায়ো চলাই যাব লগা হ'ল। আটাইকেইটা সন্তানক শিক্ষা-দীক্ষাৰে সমাজত প্ৰতিষ্ঠিত কৰিলে। পৰাখিনি সত্ৰৰ কাম-কাজো চলাই গ'ল। বৰ্তমানো ঘৰুৱা আৰু সামাজিক সকলো কথাতে সচেতন হৈ সকলো দায়িত্ব পালন কৰি আহিছে।

"দান কৰি নিজে দৰিদ্ৰ হোৱা" লোক আছিল ইন্দুপ্ৰভাৰ স্বামী চণ্ডিকাবল্লভ গোস্বামী। কিন্তু তাৰ বাবে কোনো আক্ষেপ নাছিল প্ৰকৃতাৰ্থত সহধৰ্মিণী ইন্দুপ্ৰভাৰ। চণ্ডিকাবল্লভে বহু ঠাইত বিভিন্ন প্ৰকাৰে সমাজৰ হিতৰ বাবে দান দি থৈ গৈছে। তেনে সময়তো দান দিছে, যেতিয়া নিজৰ আৰ্থিক অৱস্থা  টনকিয়াল নাছিল। উদাহৰণস্বৰূপে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ এটি কোঠা পিতৃৰ নামত সজাই দিয়াৰ সময়ত তেখেতে আৰ্থিক সমস্যাত ভূগি আছিল। তথাপিও তেখেতে কলেজৰ কোঠাটোৰ বাবে অৰ্থৰ যোগান ধৰিছিল। স্বামীৰ পথকে অনুসৰণ কৰি ইন্দুবালা গোস্বামীয়েও পাৰ্যমানে সমাজৰ হিতৰ বাবে কাম কৰি আহিছে। বৰপথাৰত শহুৰেক তাৰিণীবল্লভ গোস্বামীয়ে আৰম্ভ কৰা দিছিৰীগঞাঁ সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটো পুনৰ নিৰ্মাণ কৰি দিয়ে। স্বামীৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখনি তোৰণ নিৰ্মাণ কৰে। শহুৰেক তাৰিণীবল্লভ গোস্বামীৰ নামত ষ্টেচন ৰোডত পূজা ঘৰত তোৰণ নিৰ্মাণ কৰে। স্বামীৰ স্মৃতিত "চণ্ডিকাবল্লভ গোস্বামী সংহতি বঁটা" প্ৰদান কৰে। ভাষা সাহিত্যৰ উন্নতিৰ প্ৰতি তেখেতৰ বিশেষ আগ্ৰহ আছে আৰু এনে চৰ্চাত লিপ্ত হোৱা লোকক সহায় কৰিবলৈ আগবাঢ়ি আহে। নন্দেক ৰেৱা গোস্বামীয়ে ৰচনা

কৰা “বিয়া নাম”ৰ পুথিখন ইন্দুবালা গোস্বামীয়ে প্ৰকাশ কৰি উলিয়াই। স্বামীৰ স্মৃতিত প্ৰকাশ কৰা স্মৃতিগ্ৰন্থৰ বাবে গোলাঘাট সাহিত্য সভালৈ অৰ্থ সাহাৰ্য আগবঢ়ায়।

এই গৰাকী নমস্য নাৰীৰ জীৱনক লৈ এখনি গ্ৰন্থ প্ৰকাশ কৰিবলৈ আগবঢ়া গোলাঘাট জিলা লেখিকা পৰিষদলৈ আন্তৰিক ধন্যবাদ জনালো। শ্ৰীযুতা ইন্দুবালা গোস্বামী এগৰাকী আদৰ্শ নাৰী তেখেতৰ জীৱন আৰু কৰ্মৰাজি অনুকৰণীয় আৰু পিছৰ প্ৰজন্মৰ অনুপ্ৰেৰণাৰ উৎস!

শেষত শ্ৰীযুতা ইন্দুবালা গোস্বামী বাইদেউলৈ আন্তৰিক অভিনন্দন জনালো আৰু সু-স্বাস্থ্যৰে শান্তিময়, দীৰ্ঘ-জীৱন কামনা কৰিলোঁ।



# শ্ৰীশ্ৰীদিছিৰীগঞাঁনী আই ইন্দুবালা গোস্বামীক যেনে ভাৱে জানো

—ৰাধিকা বল্লভ গোস্বামী
বিশিষ্ট বুদ্ধিজীৱী

মোৰ 'বল্লভ গোস্বামী' উপাধিৰ বাবেই বহুতেই দিছিৰীগঞাঁ সত্ৰৰ প্ৰৱাদ পুৰুষ গোপিকা বল্লভ গোস্বামীদেৱৰ বংশৰ লোক হ'ব পাৰে বুলি সন্দেহ প্ৰকাশ কৰি অহাৰ কথা প্ৰায়েই শুনিবলৈ পাওঁ। বহুতেই আকৌ এই বংশৰ অপূৰ্ব বল্লভ গোস্বামীক মোৰ ভাতৃ বুলিয়েই বুজি লোৱাৰ দেধাৰ প্ৰমাণ পোৱা গৈছে। এতিয়া কাক কেনেকৈ বুজাওঁ যে এই বংশলৈ ( গোপিকা বল্লভ গোস্বামীৰ নাতিয়েকলৈ) মোৰ কন্যাক বিবাহ দি সম্বন্ধহে স্থাপন কৰা হৈছে। অৱশ্যে ইয়াৰ আগতেও গোপিকা বল্লভ গোস্বামীদেৱৰ পুত্ৰলৈ আমাৰ বংশৰ এগৰাকী কন্যা বিয়া দি সম্বন্ধ স্থাপন কৰা হৈছিল (প্ৰয়াত পাৰ্বতী বল্লভ গোস্বামীলৈ)। যোৱা নৰেশ্বৰ মাহত দৈনিক জনমভূমিত 'অন্য এক দৃষ্টিৰে নাগালিম' শীৰ্ষক মোৰ এটা লেখা পঢ়ি এসময়ৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° জীতেন দাসদেৱে এনেকি মন্তব্য পঠাইছিল—'A thought provoking article hearing the echo of Gupika Ballav Goswami' বুলি। দাসদেৱে সম্ভৱতঃ 'বল্লভ গোস্বামী'ৰ বাবেই মোক গোপিকা বল্লভ গোস্বামীৰ পৰিয়ালৰ লোক বুলিয়েই সন্দেহ কৰিছিল।

'বল্লভ গোস্বামী' লিখাটো দিছিৰীগঞাঁৰ পৰম্পৰা নাছিল। মাজুলীৰ পৰা আহি ধনশিৰি নদীৰ পাৰত দিছিৰীগঞাঁ সত্ৰ স্থাপন কৰা কৃষ্ণ মিশ্ৰ গোস্বামীৰ সৰু পুত্ৰ হেড়েম্বেশ্বৰ গোস্বামীৰ তিনি পুত্ৰৰ প্ৰথম দুগৰাকী ক্ৰমে— গোপিকা বল্লভ গোস্বামী, তাৰিণী বল্লভ গোস্বামীদেৱৰ সন্তানসকলে পিতৃৰ নামানুসাৰে বল্লভ গোস্বামী লিখাৰ পৰম্পৰা গঢ়ি তুলিলে। গোপিকা আৰু তাৰিণীৰ ভাতৃৰ নাম আছিল কুমুদেশ্বৰ গোস্বামী, কুমুদ বল্লভ নহয়। আনহাতে আমাৰ বংশৰ উপৰিপুৰুষ তিনিগৰাকী ক্ৰমে গঙ্গা বল্লভ, গঙ্গেশ্বৰ আৰু গংগাধৰৰ সতি-

সন্ততিসকলে পিতৃৰ নামৰ অনুক্ৰমে বল্লভ, শ্বৰ আৰু ধৰ লিখাৰ পৰম্পৰা ৰক্ষা কৰি আহি আছে কেইবা শতিকা ধৰি।

দুটা কথাৰ বাবে বহুদিনৰ পৰাই গোপিকা বল্লভ গোস্বামীৰ বিষয়ে জানিবলৈ উৎসুক হৈ পৰিছিলোঁ। এটা হ'ল ব্ৰিটিছ চৰকাৰৰ পৰা 'ৰায়চাহাব' উপাধি লাভ কৰাৰ পিছতো গোস্বামীদেৱে ব্ৰিটিছৰ বিৰুদ্ধে সংগ্ৰাম গঢ়ি গ্ৰেপ্তাৰ বৰণ কৰা কুশল কোঁৱৰৰ সপক্ষে ওকালতি কৰা আৰু আনটো হ'ল পৰম্পৰাগত ধৰ্মীয় বিধানক যুক্তিৰে খণ্ডন কৰি এটা ধৰ্মীয় পৰিৱৰ্তন সাধন কৰিবলৈ গৈ সমকালীন উচ্চবৰ্ণৰ সমাজখনৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ কুণ্ঠাবোধ নকৰা প্ৰচণ্ড মানসিক শক্তিৰ অধিকাৰী হ'ব পৰাৰ যোগ্যতা আহৰণ কৰা। গোপিকা বল্লভৰ যুক্তি আৰু বিচাৰ- বিবেচনাৰ অংশীদাৰ তেওঁৰ ভাতৃ তাৰিণী বল্লভ হৈছিল নে নাই জনা নগলেও , তাৰিণী বল্লভদেৱো যে এগৰাকী শাস্ত্ৰজ্ঞ পণ্ডিত আছিল তাৰ যথেষ্ট প্ৰমাণ পোৱা গৈছে। তদুপৰি এইসকলৰ মাতৃদেৱীও যে সোঁতৰ বিপৰীতে যাব পৰা এগৰাকী বিদুষী মহিলা আছিল তাৰ প্ৰমাণো তেখেতে ৰাখি গৈছে। সেই কালত বামুণৰ কন্যা সন্তানে শিক্ষা গ্ৰহণ কৰা এটা অপৰাধ হিচাপেই বিবেচিত হৈছিল। কিন্তু দিছিৰীগঞা গোঁসাই হেড়েম্বেশ্বৰ গোস্বামীৰ পত্নী শোভনেশ্বৰী দেৱীয়ে সাঁচিপতীয়া ধৰ্মপুথি কেইবাখনো নিজে লিখি পূৰ্বাপৰ প্ৰচলিত পৰম্পৰা ভংগ কৰি এক বিপ্লৱ আনিছিল বুলিয়েই ক'ব লাগিব।সেই গৰাকী মাতৃৰ মানসিকতাই যেন প্ৰতিফলিত হৈছিল পুত্ৰসকলৰ জীৱন শৈলীত। সেইখন যেন ঘৰ নাছিল, আছিল এখন বিজ্ঞানাগাৰ, য'ত সকলো কথাই প্ৰতিপন্ন হৈছিল যুক্তিৰ আধাৰত— ধৰ্ম, কৰ্ম, বিচাৰ-বিবেচনা সকলোতে। তদুপৰি ঘৰখন হৈ পৰিছিল সংস্কৃত ভাষা-সাহিত্য চৰ্চচাৰ কেন্দ্ৰ বিন্দু স্বৰূপ। সংস্কৃতত অতি বুৎপত্তি থকাৰ বাবেই সকলোবোৰ ধৰ্মশাস্ত্ৰৰ সুন্দৰ ব্যাখ্যা আগবঢ়াব পাৰিছিল আহোম ৰাজসভাৰ (পূৰ্ণানন্দ বুঢ়াগোহাঁই সময়ত) এগৰাকী পণ্ডিত হিচাবে দিছিৰীগঞা গোস্বামী কৃষ্ণ মিশ্ৰদেৱে। পৰিয়ালটোত সেই পৰম্পৰা ব্যাহত আছিল পিছৰ কাললৈকে। সম্ভৱতঃ এই কাৰণেই গোপিকা বল্লভ গোস্বামীয়ে ১৮৯৫ চনত এণ্ট্ৰেন্স পৰীক্ষাত অসমৰ ভিতৰতেই সংস্কৃতত সৰ্বোচ্চ নম্বৰ লাভ কৰিবলৈ সক্ষম হৈছিল আৰু তেওঁৰ ভাতৃ তাৰিণী বল্লভদেৱেও সংস্কৃত -পণ্ডিত হিচাবে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। তাৰিণী বল্লভৰ পুত্ৰ চণ্ডিকা বল্লভকো



অযোধ্যা সংস্কৃত কাৰ্যালয়ে বিদ্যাভূষণ উপাধি প্ৰদান কৰি স্বীকৃতি দিছিল।

তেনে এটা পৰিয়াললৈকে এদিন বোৱাৰী হৈ আহিছিল কামপুৰৰ মৌজাদাৰ ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীৰ কন্যা ইন্দুবালা দেৱী। ইন্দুবালা দেৱীৰ পিতৃৰ পৰিয়ালৰ বিষয়ত থাওকতে বিশেষ জানিব পৰা নগলেও এইটো নিপাতনে সিদ্ধ যে যিকোনো লোককে অন্ততঃ ব্ৰিটিছ চৰকাৰে ‘ৰায়চাহাব’ উপাধি প্ৰদান নকৰিছিল। এটা নিশ্চিত ভাৱে সংস্কৃত পৰিয়ালৰ পৰা অন্য এটা সংস্কৃত পৰিয়াললৈ বোৱাৰী হৈ অহা ইন্দুবালা দেৱীয়ে লগত লৈ আহিছিল এটা সংস্কাৰপূৰ্ণ মন আৰু উদাৰ মানৱতাবাদী মানসিকতা। সকলো পৰিস্থিতিতে সমানে খাপ খুৱাই ল’ব পৰা গুণৰ অধিকাৰীও আছিল ইন্দুবালা দেৱী।

এগৰাকী সংস্কৃত পণ্ডিত আৰু সফল ব্যৱসায়ী হিচাবে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হোৱা শিলনিজানৰ শোভনেশ্বৰী চাহ বাগানৰ স্বত্বাধিকাৰ চণ্ডিকা বল্লভ গোস্বামী দিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ হিচাপেও অঞ্চলটোত পৰিচিত আছিল। তেখেতৰ পিতৃ তাৰিণী বল্লভ গোস্বামীয়ে অশেষ পৰিশ্ৰমেৰে হাবি ভাঙি চাহ বাগান খুলিলেও তৎকালীন সময়ৰ আহ্বানক উপেক্ষা কৰা নাছিল। ’৪২ -ৰ আন্দোলনত গোস্বামীয়ে অংশ গ্ৰহণ কৰিছিল আৰু সেই সময়ৰ বৰপথাৰ মণ্ডল কংগ্ৰেছৰ তেখেত সভাপতি নিৰ্বাচিত হৈ নিষ্ঠাৰে দায়িত্ব পালন কৰিছিল। সম্পাদক আছিল বৰপথাৰ পাভজানৰ সোনেশ্বৰ শৰ্মা। মনকৰিবলগীয়া যে,

## অনন্যা ইন্দুবালা

সেই আন্দোলনৰ প্ৰধান অপৰাধী হিচাপে ব্ৰিটিছ চৰকাৰে গ্ৰেপ্তাৰ কৰা কুশল কোঁৱৰৰ হৈ জ্যেষ্ঠ ভাতৃ ৰায়চাহাব গোপিকা বল্লভ গোস্বামীক ওকালতি কৰিবলৈ অনুৰোধ জনাইছিল তাৰিণী বল্লভ গোস্বামীয়ে। চাহ বাগান খোলা, জাতীয় আন্দোলনত অংশ লোৱা আদিৰ লগতে তাৰিণী বল্লভ গোস্বামীয়ে দিছিৰীগএঁৱা সত্ৰখনো পৰিচালনা কৰিছিল। তেখেতৰ দুই পুত্ৰ ক্ৰমে চণ্ডিকা বল্লভ আৰু অম্বিকা বল্লভক আধুনিক শিক্ষা প্ৰদানত কাৰ্পণ্য কৰা নাছিল। চণ্ডিকা বল্লভক গোলাঘাটৰ প্ৰসিদ্ধ আইনজ্ঞ পুৰুষ মহেশ্বৰ বৰুৱাৰ গৃহত ৰাখি গোলাঘাটৰ বেজবৰুৱা স্কুলত শিক্ষা গ্ৰহণৰ সুবিধা কৰি দিছিল। সৰুপুত্ৰ অম্বিকাই বৰপথাৰ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি ভিনিহিয়েকৰ তত্বাৱধানত মাজুলী কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। এওঁ টোকোলাই চাহ গৱেষণা কেন্দ্ৰত প্ৰশিক্ষণ গ্ৰহণ কৰিছিল।

অতি কম বয়সতে স্বামী গৃহলৈ অহা ইন্দুবালা দেৱীৰ দায়িত্ব পৰিছিল এটি দেওৰেক আৰু দুজনী নন্দেকক মাতৃ সুলভ মমতাৰে প্ৰতিপালন কৰাৰ। মাত্ৰ ২৯ টা বছৰ স্বামীৰ সান্নিধ্য লাভ কৰিবলৈ সক্ষম হোৱা এই গৰাকী নাৰীয়ে অসীম ধৈৰ্যৰে নিজৰ চাৰিটি পুত্ৰক লালন পালন কৰি প্ৰত্যেককে জীৱনত সফল ব্যক্তি হিচাপে গঢ়ি তোলাত যথেষ্ট পাৰদৰ্শিতা প্ৰদৰ্শন কৰিছিল। ব্যক্তিগত ভাৱে এই গৰাকী মহিলাক কেবাবাৰো লগ পাইছোঁ। বহু সময় ধৰি বিভিন্ন বিষয়ৰ ওপৰত আলোচনা কৰিছোঁ আৰু প্ৰতি বাৰেই ধাৰণা হয় প্ৰতিকূল পৰিৱেশতো কি এক অসীম ধৈৰ্য আৰু সাহসেৰে সংসাৰ যাত্ৰাৰ নাওখনৰ গুৰি ব'ঠা ধৰি আগুৱাই যাবলৈ সক্ষম হৈছিল মানুহগৰাকী। নগৰীয়া জীৱনৰ বিলাস-বৈভৱ ত্যাগ কৰি স্বামীৰ সহগামী হৈ একপ্ৰকাৰ বনবাসী জীৱন অতিবাহিত কৰা মানুহগৰাকীক লগ পালেই অনুভৱ হয় কি এক অনন্য ব্যক্তিত্বৰ অধিকাৰী তেখেত। ধৰ্মপ্ৰাণা, বিদুষী, অতিথিপৰায়ণা এগৰাকী সুগৃহিণী হিচাপে কামপুৰীয়া মৌজাদাৰৰ কন্যা দিছিৰীগএঁৱানী আই গৰাকীক দেখিলেই শ্ৰদ্ধাত মূৰ দোঁ খায়। তেখেতৰ সুস্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰিলোঁ।

# শতাধিক পৰমায়ু লাভ কৰক
## (সান্নিধ্যত মামীৰ)

—প্ৰসেনজিৎ কুমাৰ গোস্বামী
অধিবক্তা, ডিব্ৰুগড়

মানুহে তিনিধৰণৰ জীৱন লাভ কৰা দেখিছোঁ। ভোগ বিলাসী জীৱন, কৰ্মময় জীৱন আৰু চিন্তাশীল জীৱন। মোৰ পূজনীয় প্ৰয়াত চণ্ডিকা মামাৰ মামীৰ জীৱন আছিল ত্যাগৰ মাজেৰে কৰ্মময় জীৱন আৰু এই কৰ্মৰ বাবেই তেখেতে পৰৱৰ্তী জীৱনত ভোগবিলাস লাভ কৰে। সাধাৰণতে আমাৰ সমাজত ভোগবিলাসত থকা মানুহে চিন্তাশীল কৰ্ম তৎপৰ মানুহক উপলুঙা কৰিবলৈ চেষ্টা কৰা দেখিছোঁ। মামী কিন্তু তাৰ ব্যতিক্ৰম আছিল। মামীৰ অনুষ্ঠানিক শিক্ষা বা নামৰ আগে পিছে ডক্তৰেট ডিগ্ৰী বা এম.এ ডিগ্ৰী নাছিল। কিন্তু তেখেতৰ আচৰণৰ পৰা প্ৰতীয়মান হৈছিলো যে তেখেত আত্মশিক্ষিত আছিল। মামীয়ে নিজেই পৰিশ্ৰম নকৰাকৈ জীৱনত কোনো কাম্য বস্তু পাবলৈ আশা কৰা দেখা নাই।

শৈশৱৰ পৰাই দেখিছিলো আমাৰ মা আৰু ঘৰখনৰ স্বনামধন্য ব্যক্তি ৰায়চাহাব গোপিকা বল্লভ গোস্বামী আৰু চণ্ডিকা মামাৰ পৰিয়ালৰ প্ৰতি অগাধ স্নেহ আৰু আন্তৰিকতা আছিল। ইয়াৰ মূলতেই হৈছে আমাৰ আইতা (মাতৃস্থানীয়) চন্দমালা গোস্বামী এই সংস্কৃতিৱান, হৃদয়ৱান পৰিয়ালতেই জন্ম হৈছিল। ককাদেউতা চাহ খেতিয়ক, অসম সাহিত্য সভাৰ প্ৰথম ন্যাস পুঁজিৰ দাতা, যুটীয়াভাৱে প্ৰথম হিতৈষী সদস্য ৰাধানাথ গোস্বামী গোলাঘাট আদালতত আইনৰ কামকাজত জড়িত হৈ পৰিচয়সূত্ৰে আইনজীৱী শংকৰদেৱ সংঘৰ অন্যতম প্ৰতিষ্ঠাতা গোপিকা বল্লভ গোস্বামীৰ ভনীয়েক চন্দ্ৰমালাক বিয়া কৰাইছিল। সেইসূত্ৰে আজিৰ পৰিয়ালসমূহ আমি স্নেহ বন্ধনত থাকি আমাৰ পূজ্য মামীৰ বিষয়ে লিখিবলৈ পাই সুখী হৈছোঁ।

সৰুৰে পৰাই দেখিছিলো মামা-মামীয়ে আমাৰ সৈতে সুসম্পৰ্ক ৰক্ষা

কৰিছিল। তেখেতসকলৰ বংশধৰেও আমাক আজিলৈকে পুৰণি আত্মীয়তাবোধেৰে আৱৰি সাৱটি আছে। সত্ৰীয়া পৰম্পৰাত লালিত-পালিত হোৱা আৰু আধুনিক চিন্তাৰে গতি কৰা এই পৰিয়ালৰ অমূল্য গোস্বামীয়ে পঢ়ি থকা অৱস্থাত (কলেজ)ত পাঠ বুজাত টান পালেই মোৰ ওচৰলৈ আহিছিল আৰু তেওঁৰ মন কৃতজ্ঞতাৰে ভৰি পৰিছিল। অন্য এগৰাকী সন্তান অৰূপ গোস্বামীয়ে ধনশিৰি নৈত মাৰ চতুৰ্থা কৰোতে সদায়ে পিণ্ড দান কৰি থাকোঁতে আমাৰ কাষতে আছিল। সৰু সন্তানটিয়ে ভনী মধুমঞ্জুৰী (জুৰী)ৰ বিয়াত হোমত আখৈ দিয়া কাৰ্য সমাধা কৰিছিল। মনত পৰে মই এবাৰ আমাৰ কলেজ সপ্তাহৰ প্ৰতিযোগিতাত বিচাৰকৰ আসনৰ পৰা উঠি আহোঁতেই সেইসময়ৰ ছাত্ৰ (তেতিয়া তেওঁ সংবাদ সেৱা কৰা নাছিল) অপূৰ্ব বল্লভ গোস্বামীয়ে মোক মাতষাৰ দি নমস্কাৰ জনালে। মই ক'লো তুমি মোক নমস্কাৰ দিব নালাগে। কেৱল এয়ে নে? তেওঁ প্ৰায়ে সৰু কালৰে পৰা আমাৰ ঘৰলৈ গৈ মাক মাত এষাৰ দিয়া দেখিছিলো। মানুহ হোৱাৰ শিক্ষা বৰ্তমান সময়ত কোনো পাঠ্যপুথিয়ে দিব নোৱাৰে। ভাল নম্বৰ পাই, ভাল চাকৰি (বেচি টকা থকা) বিচৰা আজিৰ প্ৰজন্মৰ বাবে এনে মানৱীয় মূল্যবোধ, আপোন মানুহক ভাল পোৱাৰ শিক্ষা নিশ্চয় এইগৰাকী আদৰ্শ মাতৃ আমাৰ মামীৰ বাবেই সম্ভৱ হৈছিল।

সকলো কামকে মামীয়ে আলোচনা, দিহা-পৰামৰ্শৰে সমাধা কৰিছিল। ল'ৰাৰ বিয়া ঠিক কৰিবৰ সময়ত আমাক অৱগত কৰিছিল। জন্মসূত্ৰে আমাৰ মাতৃ এখন বাগিচাৰ অংশীদাৰ হৈছিল। বৰ্তমান বিভিন্ন কাৰণত হস্তান্তৰ হোৱা ৰাধাবাৰী চাহ বাগিচাই শোভনেশ্বৰী বাগিচাৰ পাত ক্ৰয় কৰাত মামীৰ ভূমিকা আছিল উল্লেখযোগ্য। চিঠি পত্ৰত মামীয়ে ইন্দু গোস্বামী বুলি চহী কৰিছিল।

পুত্ৰ কেইজনে সাধাৰণতে ডাঙৰ মানুহৰ সান্নিধ্য আৰু আপোন মানুহ ভাল পায়। প্ৰায় আশী দশকৰ কথা বৰ্তমান সাংবাদিকতাৰ বাবে বিভিন্ন সন্মান লাভ কৰা অপূৰ্ব বল্লভ গোস্বামী (অপুটি)য়ে মোক শিলনিজানৰ ঘৰলৈ দিনটোৰ বাবে লৈ গৈছিল। তাতে পিতৃৰ সমাধিলৈ নিছিল। ভাতপানী, চাহ-জলপান খাই দিনটো পাৰ কৰা সেই স্মৃতিৰ মাজত মামীৰ আতিথ্য, অপুটিৰ পেহীয়েকৰ আতিথ্য জড়িত হৈ আছে। দুয়ো নিজেই ৰন্ধা-বঢ়া কৰিছিল। খুব সম্ভৱ মামীৰ লক্ষ্মীস্বৰূপা গুণে যেনেতেনে থকা সেই পৰিয়ালটি কঠোৰ পৰিশ্ৰম, সুচিন্তাৰ

মাজেৰে অনেক ঐশ্বৰ্য বিভূতিৰ অধিকাৰী হ'ল। তাতোকৈ কি আনন্দৰ কথা হ'ব পাৰে। ইয়াৰ মূলতেই হৈছে মামী আৰু পৰিয়াবৰ্গৰ অহংকাৰ শূণ্য জীৱন। ফুলি থকা ফুলৰ মাজত কৰা সুন্দৰ ঘৰ এখনে সুন্দৰতাক প্ৰমাণ কৰিব পাৰে যদিহে সদস্যসকলৰ মন সুন্দৰ নহয়। মামীৰ সু-স্বাস্থ্য কামনা কৰোঁ— মামীয়ে শতাধিক পৰমায়ু লাভ কৰক।



(ঘৰুৱা এক মুহূৰ্তত ৰান্ধনীঘৰত ননদ ৰেবা গোস্বামী আৰু ইন্দুবালা)

# মৰমৰ ইন্দু পেহী

—নিৰোৎপল গোস্বামী (নিপু)
গুৱাহাটী

আজিৰ পৰা প্ৰায় ৫৫ বছৰ মান আগতে (সঠিককৈ মনত নাই দুই এবছৰৰ ইফাল-সিফাল হ'বও পাৰে) মোৰ সৰু পেহী ইন্দু (পেহী)ৰ ঘৰলৈ যোৱা ৰিণিকি ৰিণিকি মনত পৰে। খুব ফুৰ্তি কৰিছিলো। ঘৰৰ সমুখতে এখন ভাওনা চোৱাও মনত পৰে। সেইয়াই মোৰ ভাওনা চোৱাৰ প্ৰথম অভিজ্ঞতা। কিবা আছিল ভাওনা খন! মূৰটো দুফাল কৰিলেও হয়তো নোলাব মগজুৰ পৰা। তাৰ পিছত মোৰেই দুৰ্ভাগ্য যে মই সেইফালে মানে বৰপথাৰৰ ফালে যোৱাই নাই। তথাপিও ইন্দুপেহী আৰু পেহীৰ ল'ৰা বিশেষকৈ অপুতি (অপূৰ্ব বল্লভ গোস্বামী)ক আমাৰ কামপুৰীয়া পৰিয়ালৰ কিবা অনুষ্ঠানত মাজে মাজে লগ পাওঁ। বচ সেয়াই মাথোঁ, কেতিয়াবা গুৱাহাটীত, কেতিয়াবা কামপুৰত আৰু কেতিয়াবা ফোনত।

মোৰ ককা কামপুৰ মৌজাৰ মৌজাদাৰ, ৰায়চাহাব স্বৰ্গীয় গোলোক চন্দ্ৰ গোস্বামীৰ প্ৰথমা পত্নী অন্নদেৱীৰ মোৰ দেউতা ̐ ভাৰত চন্দ্ৰ গোস্বামীৰ কেঁচুৱা অৱস্থাতেই মৃত্যু হয় ১৯২০ চন মানত। বিশাল সম্পত্তি, খেতি পথাৰ, চাৰিজন পুত্ৰ আৰু দুগৰাকী কন্যাক মোৰ ককাই নিজে চম্ভালিব নোৱাৰাত দ্বিতীয় বিবাহ কৰিবলৈ বাধ্য হয়। সেইয়া আছিল মোৰ আন এগৰাকী আইতা চামগুৰিৰ শিঙিয়া গাঁৱৰ গৌৰীপ্ৰিয়া গোস্বামী। এই গৌৰীপ্ৰিয়া গোস্বামীৰ গৰ্ভতেই জন্মগ্ৰহণ কৰে ইন্দুবালা গোস্বামীয়ে অৰ্থাৎ ইন্দু পেহীয়ে ১৯৩৩ চনত কামপুৰত। দুজন ককায়েক (দেৱেন গোস্বামী আৰু প্ৰভাত গোস্বামী) আৰু এগৰাকী বায়েক ( জয়া ভট্টাচাৰ্য)ৰ লগতে মোৰ প্ৰথমা আইতাৰ ল'ৰা ছোৱালীবোৰৰ সৈতে এক বিশাল পৰিয়ালৰ কনিষ্ঠতম হিচাবে যথেষ্ট আৱদাৰত ডাঙৰ-দীঘল হৈছিল ইন্দুবালা পেহী কামপুৰৰ পাছনিজাৰ গাঁৱত।

কামপুৰতেই প্ৰাথমিক শিক্ষা সমাপ্ত কৰি উচ্চ শিক্ষাৰ ব্যৱস্থা তাত নথকাত

ঘৰতেই কিছু উচ্চ শিক্ষাৰ ব্যৱস্থা কৰি দিয়া হৈছিল।

১৯৫৩ চনত মাত্ৰ ১৯ বছৰ বয়সতেই শিলনিজানৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ সৈতে বিবাহ পাশত আৱদ্ধ হয়।

চাৰিপুত্ৰ, দুই কন্যা আৰু নাতি-পুতিৰে পৰিপূৰ্ণ ঘৰখনৰ সাংসাৰিক দায়িত্ব সুচাৰুৰূপে পালন কৰাৰ উপৰিও তেখেতে সমান্তৰালভাৱে সাহিত্য চৰ্চা, নানান সামাজিক আৰু ধৰ্মীয় কামত ব্যস্ত আছিল আৰু এতিয়াও সক্ৰিয় হৈ আছে।

১৯৮২ চনত চণ্ডিকা পেহাৰ আকস্মিক বিয়োগত পেহীৰ জীৱন যাত্ৰা কিছু পৰিমাণে স্থবিৰ হৈ পৰিছিল যদিও সন্তান কেইটিৰ সাহসতে তেখেতে নিজকে চম্ভালি ৰাখে আৰু ব্যৱসায়ৰ দয়িত্ব সম্পূৰ্ণৰূপে গ্ৰহণ কৰে।

সামাজিক কামত জড়িত হৈ তেখেতে বৰপথাৰৰ দিছিৰীগঞাঁ সত্ৰৰ ডাকঘৰৰ পুনৰ নিৰ্মাণ, স্বামীৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখন তোৰণ নিৰ্মাণ আৰু গোলাঘাট ষ্টেচন ৰোডত তেখেতৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত এখন পূজা ঘৰৰ তোৰণ নিৰ্মাণ কৰে। সমাজৰ অৱহেলিত নিষ্পেষিত সকলক সন্মানজনক স্থান দি তেখেত সকলক উৎসাহিত কৰিবৰ বাবে স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী' সংহতি বঁটাৰ প্ৰদান কৰে। স্বামীৰ স্মৃতি সজীৱ কৰি ৰখাৰ মানসেৰে গোলাঘাট সাহিত্য সভাৰ জৰিয়তে স্মৃতিগ্ৰন্থ আৰু ননদ ৰেৱা গোস্বামীৰ এখনি 'বিয়ানাম'ৰ পুথি প্ৰকাশ কৰি উলিয়ায়। ১৯৯৭ চনত প্ৰকাশিত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ প্ৰথম প্ৰকাশ (তৃতীয় খণ্ড) 'লেখিকাৰ জীৱনী'ত তেখেতৰ আজু শাহু, বিশিষ্টা শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ লিখনি এতিয়াও পঢ়ুৱৈ সমাজে আন্তৰিকতাৰে শলাগ লয়।

এইগৰাকী বিভিন্ন গুণেৰে বিভূষিতা নাৰী, মোৰ মৰমৰ ইন্দু পেহী আৰু বহু বছৰ জীয়াই থাকক, সমাজত তেখেতৰ প্ৰয়োজন আছে। শেষত তেখেতৰ সু-স্বাস্থ্য কামনা কৰিলোঁ।

# অভিনন্দন ইন্দুবালা গোস্বামীৰ প্ৰতি

—জয়দা দেৱী,
সমাজ সচেতক, নৰনগৰ গোলাঘাট

'সাধনং দৰ্শনং পুণ্যং তীৰ্থভূতা হি সাধৱঃ
তীৰ্থং ফলতি কালেন সদা সাধু সমাগম'

নীতিশ্লোক এই শ্লোকফাঁকিৰ অৰ্থ হৈছে সাধুসন্তৰ দৰ্শনেই পুণ্যস্বৰূপ। তীৰ্থক্ষেত্ৰ দৰ্শনৰ ফল লাভ সাধুসঙ্গৰ ফল লাভতকৈ পলমকৈহে হয়। এগৰাকী সফল আৰু আদৰ্শৱান স্থিতপ্ৰজ্ঞ মহিলাৰ সান্নিধ্যৰ বিষয়ে দুৰাষাৰ পাতনি মেলিছোঁ। এইগৰাকী প্ৰেৰণাময়ী বিশেষ ব্যক্তিত্বৰ অধিকাৰী বিদুষী মহিলা হৈছে শ্ৰীযুতা ইন্দুবালা গোস্বামী। ১৯৩৩ চনত কামপুৰৰ মৌজাদাৰ গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ ঔৰষত জন্মগ্ৰহণ কৰা ইন্দুবালা গোস্বামীয়ে কামপুৰত প্ৰাথমিক শিক্ষাৰ পাতনি মেলিছিল। তেখেতৰ পিতৃ সেই সময়ত কামপুৰৰ মৌজাদাৰ, অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী হিচাবে প্ৰখ্যাত আছিল। স্ত্ৰীশিক্ষা আৰু উচ্চশিক্ষাৰ যথোপযুক্ত ব্যৱস্থা নথকাত ঘৰতেই শিক্ষাগ্ৰহণ কৰি স্ত্ৰীশিক্ষাৰ প্ৰয়োজনীয়তা আৰু ইয়াৰ সুদূৰ প্ৰসাৰী প্ৰভাৱৰ কথা সেইসময়তেই উপলব্ধি কৰিছিল। ১৯৫৩ চনত ইন্দুবালা গোস্বামীৰ বিয়া হৈছিল শ্ৰীশ্ৰীদিছিৰীগএঁা সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ সত্ৰাধিকাৰ তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত। সেই সময়ৰ প্ৰথামতে অতি কমবয়সতে বিবাহপাশত আৱদ্ধ হ'লেও পৰিপক্কতাৰে তেখেতে সকলো দায়িত্ব পালন কৰিছিল। ১৯৮২ চনত স্বামী চণ্ডিকা বল্লভ গোস্বামী এটি দুৰ্ঘটনাত মৃত্যুবৰণ কৰাত স্বামীহাৰা হৈয়ো স্থিত প্ৰজ্ঞ ইন্দুবালা গোস্বামীয়ে সাংসাৰিক, সামাজিক সকলো দায়িত্ব পালন কৰি এক আদৰ্শ দাঙি ধৰিছে।

সাংসাৰিক দায়িত্বৰ কথা ক'বলৈ যাওঁতে এগৰাকী সফল মাতৃ হিচাবেও তেখেতক লক্ষ্য কৰিব লাগিব। তেখেতৰ চাৰিওজন পুত্ৰ ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু অমিতাভ এতিয়া একো একোজন আদৰ্শৱান, প্ৰতিষ্ঠিত ব্যক্তি। তেখেতৰ

দুগৰাকী কন্যাৰ (অনিমা আৰু পূৰ্ণিমা) পূৰ্ণিমাৰ ইতিমধ্যে মৃত্যু হৈছে। সামাজিক দায়ৰদ্ধতা তেখেতৰ জীৱনৰ আন এক দিশ। শিলনিজানৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত থকাৰ উপৰিও বিভিন্ন সময়ত দান বৰঙণিৰে তেখেতৰ বদান্যতা প্ৰকাশ কৰিছে।

তেখেতৰ ঘৰৰ বিভিন্ন মাঙ্গলিক অনুষ্ঠানত উপস্থিত থাকোঁতে তেখেতৰ মাজত থকা ধৰ্মীয় দৰ্শনৰ উমান পাইছিলো। তেখেতৰ চাৰিজন পুত্ৰৰ মাঙ্গলিক অনুষ্ঠানত উপস্থিত থাকোঁতে সামাজিক ৰীতি-নীতি পুত্ৰ-বোৱাৰীৰ প্ৰতি থকা মৰম স্নেহে মোক আকৰ্ষণ কৰিছিল।

মই জনাত বৰপথাৰৰ দিছিৰীগএঁৱা সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটি তেখেতে পুনৰ নিৰ্মাণ কৰোৱায়। গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত নিৰ্মাণ কৰোৱা তোৰণ খনিয়ে স্বামীৰ স্মৃতি অটুট ৰাখিব। ইয়াৰোপৰি গোলাঘাট ষ্টেচন ৰোডৰ পূজাঘৰৰ তোৰণ খনি তেখেতৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত উচৰ্গিত কৰিছে। ইতিমধ্যে তেখেতৰ স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰা হয় মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা আৰু দেৰগাঁৱৰ আনন্দ্ৰ চন্দ্ৰ গোস্বামীক। এইয়া হ'ল সমাজৰ অৱহেলিত, নিষ্পেষিত সকলক সন্মানজনক স্থান দি উৎসাহিত কৰাৰ আন এক প্ৰয়াস। গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে স্বামীৰ স্মৃতিত 'স্মৃতিগ্ৰন্থ', ৰেৱা গোস্বামী (ননদ)ৰ ৰচিত 'বিয়ানাম', আজুশাহু বিশিষ্ট শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে সদৌ অসম লেখিকা সমাৰোহৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থ 'লেখিকাৰ জীৱনী'ৰ তৃতীয় খণ্ডত লিখনি প্ৰকাশ আদিৰে তেখেতে সামাজিক দায়ৰদ্ধতা আৰু মহানুভৱতাৰ পৰিচয় দিছে। বিভিন্ন সময়ত তেখেতে ধৰ্মীয় অনুষ্ঠান ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ ভ্ৰমণ কৰি ধৰ্মৰ বিভিন্ন দিশৰ বিষয়ে জনাৰ চেষ্টা কৰিছিল। অভিভাৱকৰ দায়িত্বৰে এগৰাকী আদৰ্শ নাৰী হিচাবে প্ৰতিষ্ঠিত তেখেতক শ্ৰদ্ধা জনাইছো। ৮০ৰ দেওনা পাৰ কৰা এইগৰাকী বিদুষী আৰু আদৰ্শ আৰু মহিমাময়ী নাৰীৰ সু-স্বাস্থ্য কামনা কৰিছোঁ।

শেষত পুত্ৰ-বধু, নাতি-নাতিনীৰে পৰিপূৰ্ণ আৰু প্ৰতিষ্ঠিত আদৰ্শৱান পৰিয়ালটিৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ।

# মোৰ মন দাপোণত মাহীদেউ ইন্দুবালা গোস্বামী

—অৰুণ কুমাৰ খেৰীয়া
অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক, শিক্ষাতত্ত্ব বিভাগ
দেৱৰাজ ৰয় মহাবিদ্যালয়, গোলাঘাট

শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ বিষয়ে লিখিবলৈ লওঁতে অতীতৰ বহু কথাই মোৰ মানসপটত উদ্ভাসিত হয়। থুলমূলকৈ দুই এটা কথা নিলিখাকৈ নোৱাৰো। তাহানিৰ ১৯৬৭ চন মানত মোৰ দেউতা প্ৰয়াত ছানু খেৰীয়াদেৱৰ সৈতে সৰুপথাৰৰ এখন সভালৈ গৈ ঘূৰি অহাৰ পথত শিলনিজানৰ এটি বাটচ'ৰাত 'দিছিৰীগএঞাঁ সত্ৰ' লিখা এখন ফলক দেখিবলৈ পাইছিলো আৰু ভিতৰলৈ সোমাই গৈয়েই পুৰণা ঘৰটো পাওঁ য'ত লিখকে প্ৰয়াত তাৰিণী বল্লভ গোস্বামীদেৱৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ সৈতে বহি থকা শ্ৰীযুতা ইন্দুবালা গোস্বামীদেৱীক দেখাৰ সৌভাগ্য ঘটিছিল।

চণ্ডিকা বল্লভ গোস্বামীদেৱে তেখেতৰ সহধৰ্মিনী শ্ৰীযুতা ইন্দুবালা দেৱীক ঁ ছানু খেৰীয়াক সৰুপথাৰ বিধানসভা সমষ্টিৰ বিধায়ক বুলি চিনাকি কৰাই দিছিল।গোস্বামীদেৱীয়ে আমাক বহিবলৈ দি নিজ হাতেৰে জা-জলপান, চাহ আদিৰে আপ্যায়িত কৰিছিল। ইয়াৰ পিছতো ১৯৭৪ চনৰ পৰা ১৯৭৭ চনৰ ভিতৰত লিখকে 'অসম চাহ মজদুৰ সংঘ' গোলাঘাট শাখাৰ সভাপতি হৈ থকা সময়ত কাৰ্বি-আংলং জিলাৰ চাহ বাগিচাবিলাক তৎকালীন সহকাৰী শ্ৰম আয়ুক্ত ঁ ডিম্বেশ্বৰ বৰাৰ সৈতে পৰিদৰ্শন কৰাৰ সুবিধা পাইছিলো। সেই সময়ত তেখেতসকলৰ বাগিচাৰ ঘৰত সোমাই অহা আমাৰ বাবে অভ্যাসত পৰিণত হৈছিল।

ইন্দুবালা গোস্বামীদেৱীৰ আজুশাহু ঁশোভনেশ্বৰী দেৱী গোস্বামী

এগৰাকী শাস্ত্ৰজ্ঞ আছিল । তেখেতৰ নামতে পিছলৈ শোভনেশ্বৰী চাহ বাগিচাখন নামকৰণ কৰা হৈছিল। সঁচা কথা ক'বলৈ গ'লে এশ বছৰতকৈও অধিক কালৰ পূৰ্বে শিলনিজানত সত্ৰ স্থাপন কৰা শ্ৰীশ্ৰীদিছিৰীগএঞাঁ সত্ৰৰ সত্ৰাধিকাৰ, শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীদেৱ মানুহ হিচাবে দূৰদৃষ্টিসম্পন্ন আছিল।

ইন্দুবালা গোস্বামী কামপুৰৰ (নগাঁও জিলা) সম্ভ্ৰান্ত মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ জীয়াৰী আছিল। নাৰীশিক্ষা বা উচ্চশিক্ষাৰ ব্যৱস্থা সেই সময়চোৱাত সমাজত নথকাত নিজ ঘৰতেই শিক্ষাৰ ব্যৱস্থা কৰি দিছিল। জনা মতে সেইসময়ত বৰ্তমানৰ দৰে আখৰ লিখা হৈছিল কলপাতত। আখৰ লিখিবলৈ পাখি কলম আৰু বাঁহৰ কলম ব্যৱহাৰ হৈছিল। ইন্দুবালা গোস্বামীয়েও তেনেদৰে শিক্ষা গ্ৰহণ কৰিছিল। ইন্দুবালা গোস্বামী সঁচাকৈয়ে বৰ অমায়িক স্বভাৱৰ হোৱা বাবে সকলোৰে আদৰৰ আৰু শ্ৰদ্ধাৰ আছিল। শোভনেশ্বৰী চাহ বাগিচাৰ আশে-পাশে ঘৰপাতি বসবাস কৰা চাহ শ্ৰমিকসকলক কোনো প্ৰকাৰে সামাজিক বৈষম্য নৰখাকৈ আচৰণ কৰাৰ বাবেই তেওঁলোকৰ মৰম আদায় কৰিব পাৰিছিল।



চাহ শ্ৰমিকসকলে আজিও অতি শ্ৰদ্ধা আৰু মৰমেৰে তেখেতক 'গোস্বামী আই' বুলিয়েই সম্বোধন কৰে।

ইন্দুবালা গোস্বামী সঁচাকৈয়ে এগৰাকী ধৰ্মপ্ৰাণা, সমাজহিতৈষী আৰু সৰবৰহী মহিলা। তেখেতে ভাৰতবৰ্ষৰ বিভিন্ন ধৰ্মস্থান যেনে— গয়াঁ, বুদ্ধগয়াঁ, বাৰানসী, মথুৰা, বৃন্দাবন, জগন্নাথ, পুৰী আদি তীৰ্থস্থান ভ্ৰমণ কৰে। তেখেতৰ সামাজিক কামৰ প্ৰতি স্নেহ থকাৰ বাবে বৰপথাৰৰ দিছিৰীগএঞাঁ সত্ৰৰ নামত থকা ডাকঘৰটো পুনৰ নিৰ্মাণ কৰে। তেখেতৰ স্বামী ঁচণ্ডিকা বল্লভ গোস্বামীদেৱৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখন তোৰণ নিৰ্মাণ কৰে। তেখেতৰ শহুৰেক প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ নামত গোলাঘাট ষ্টেচন ৰোডৰ পূজাঘৰৰ তোৰণখনি নিৰ্মাণ কৰে। সমাজৰ অৱহেলিত লোকসকল সন্মানজনক স্থান দিয়া ব্যক্তিসকল যেনে— মৰাণৰ শঙ্কৰী সংস্কৃতিৰ সাধক ধৰ্মপ্ৰাণ প্ৰয়াত ইন্দুকান্ত দুৱৰাদেৱ, দেৰগাঁৱৰ সত্ৰীয়া সংস্কৃতিৰ সাধক প্ৰয়াত আনন্দ চন্দ্ৰ গোস্বামীদেৱক 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰাই তেখেতৰ মহানুভৱতাৰ পৰিচয় দাঙি ধৰিছে। তেখেতৰ স্বামীক মানসপটত জীয়াই ৰখাৰ উদ্দেশ্যেৰে এখনি 'স্মৃতিগ্ৰন্থ' ও ননদ ৰেৱা গোস্বামীৰ দ্বাৰা ৰচিত এখনি বিয়ানামৰ পুথিও প্ৰকাশ কৰে। ইয়াৰোপৰি তেখেতৰ দুগৰাকী কন্যা অনিমা আৰু পূৰ্ণিমা উপৰিও ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু মৰমটিক মানুহ হিচাবে গঢ় দি সমাজত প্ৰতিষ্ঠা কৰাটোও এক নিদৰ্শন। সৰু জীয়াৰী পূৰ্ণিমাই ইতিমধ্যে ইহসংসাৰৰ পৰা বিদায় মাগিছে। চাৰিওজন পুত্ৰই নিজৰ ব্যৱসায় বাণিজ্যৰ উপৰিও সামাজিক, সাংবাদিক জগতখনলৈ কিঞ্চিত পৰিমাণে হ'লেও অৱদান আগবঢ়োৱাতো এক সুন্দৰ নিদৰ্শন। লিখকে শ্ৰীযুতা ইন্দুবালা গোস্বামীদেৱীৰ বিষয়ে দুৱাষাৰ লিখিবলৈ পাই নিজকে ধন্য মানিছো। এই গৰাকী মহীয়সী আৰু বিদুষী মহিলা আমাৰ গৌৰৱ। এই অভিনন্দন গ্ৰন্থৰ যোগেদি তেখেতৰ আদৰ্শই যাতে আমাৰ নতুন মাতৃকুলৰ প্ৰজন্মক উদ্বুদ্ধ কৰে, তাকে কামনা কৰি সৰ্বশেষত তেখেতৰ সুস্বাস্থ্য ও দীৰ্ঘায়ুৰ বাবে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

# শ্ৰীযুতা ইন্দুবালা গোস্বামীলৈ অভিনন্দন

—যোগেন চন্দ্ৰ গোস্বামী,
জ্যোতিষ শাস্ত্ৰজ্ঞ
চন্দন নগৰ, গোলাঘাট।

শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ অভিনন্দনমূলক গ্ৰন্থখনিৰ বাবে তেখেতৰ পুত্ৰ শ্ৰীঅপূৰ্ব বল্লভ গোস্বামীয়ে শ্ৰীযুতা বৌৰ সম্পৰ্কে দুৰাষাৰ লেখাৰ সুযোগ দিয়াত প্ৰথমে তেওঁলৈ শ্ৰদ্ধা জনাই দুৰাষাৰ লেখিলো।

শ্ৰীযুতা নবৌ নগাঁও চহৰৰ এটি অভিজাত পৰিয়ালৰ জীয়াৰী। কাৰ্বি-আংলং জিলাৰ বৰপথাৰ মৌজাৰ নামবৰ হাবিৰ কাষত অৱস্থিত শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহ পাশত আৱদ্ধ হৈ বৰপথাৰলৈ বোৱাৰী হৈ আহিয়েই পৰিয়ালটোৰ সকলো সদস্যকে আপোন কৰি লোৱাৰ লগতে বাগানখনৰ সকলো কৰ্মচাৰী, বনুৱা আদিকো সমব্যৱহাৰ কৰিছিল।

শ্ৰীযুতা নবৌৰ মনত ধনী-দুখীয়া প্ৰভেদ নাছিল। সকলোৰে অভাৱ-অভিযোগৰ খবৰ ৰখাৰ লগতে দুখীয়া পৰিয়ালৰ ল'ৰা ছোৱালীৰ পঢ়া-শুনা কৰাত কিবা অসুবিধা হ'লে তেওঁলোকৰ প্ৰতিও সহায়ৰ হাত আগবঢ়াই আহিছে। বিশেষকৈ মনকৰিবলগীয়া বিষয় কাৰ্বি-আংলং জিলাৰ বৰপথাৰ মৌজাৰ শিলনিজানত শ্ৰীশ্ৰীদিছিৰীগঞা সত্ৰৰ ওচৰতে শ্ৰীশ্ৰী আঁহতগুৰি সত্ৰ। এই সত্ৰ দুখনৰ মাজত আন্তৰিকতাপূৰ্ণ ভাৱখিনি আজিও একেদৰেই বৰ্তি আছে। এয়া সঁচাকৈয়ে প্ৰশংসনীয়।

প্ৰয়াত দাদাৰ বিয়োগৰ সময়ত ল'ৰা কেইজনো সৰু হৈ থকাত গাঁৱৰ ৰাইজে চিন্তা প্ৰকাশ কৰিছিল। গতিকে এনে অৱস্থাত বাগিচাখন তেওঁলোকে



ৰাখিব পাৰিব নে নাই এইলৈও শুভাকাংক্ষীসকলে চিন্তা কৰা দেখা গৈছিল। কিন্তু শ্ৰীযুতা নবৌৱে দক্ষতাৰে সৰু সৰু ল'ৰাকেইটাক লৈ বাগিছাখন চলোৱাৰ দিহা কৰি এক নিদৰ্শন ৰাখিবলৈ সক্ষম হ'ল। ব্যৱসায়িক চিন্তাৰ লগতে ল'ৰা-ছোৱালী কেইটাক শিক্ষিত কৰি সমাজত প্ৰতিষ্ঠা কৰাৰ বাবে তেখেত এগৰাকী আদৰ্শ মাতৃ হৈ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ হৈ আছে। প্ৰত্যককে সুসংস্থাপন দি নিজেও সুখেৰে জীৱন অতিবাহিত কৰিছে।

সদৌ শেষত অভাজনে শ্ৰীযুতা বৌলৈ শ্ৰদ্ধা ভক্তি জনোৱাৰ লগতে দীৰ্ঘায়ু কামনা কৰিলোঁ।

# ইন্দবালা-ওলগমালা

—ক্ষীৰোদ কুমাৰ গোস্বামী
প্ৰাক্তন সভাপতি, গোলাঘাট শাখা সাহিত্য সভা

পুৰণি আৰু নতুনৰ সংমিশ্ৰণেৰে এখনি ঘৰ। সত্ৰীয়া পৰম্পৰাৰ লগতে আধুনিকতাৰ উপস্থিতিৰে ঘৰখন, চৌহদটি আকৰ্ষণীয়। শ্ৰীশ্ৰীদিছিৰীগএঁৱা সত্ৰৰ সেই সুন্দৰ বাতাবৰণৰ আঁৰৰ মনোময় চৰিত্ৰটি হৈছে শ্ৰীযুতা ইন্দুবালা গোস্বামী। যেন এক পোহৰৰ উৎস বিন্দু। তেখেত এক প্ৰবাহিত প্ৰাণ-শক্তি। জীৱনৰ নানা ঘাট-প্ৰতিঘাত আৰু সৰু বা মজলীয়া ধৰণৰ ধুমুহাই তলাব নোৱাৰা এক ব্যক্তিত্বৰ অধিকাৰী।

শ্ৰীযুতা গোস্বামী আৰু তেখেতৰ স্বামীদেৱ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামী দুয়ো স্নেহপূৰ্ণ, ইতিবাচক দৃষ্টিভংগীৰ আধাৰ। সৰল আতিথ্যৰে মাতৃগৰাকীয়ে সকলোকে সন্তোষ দিছিল। দুজন টেক্সী চালকৰ পৰা তেখেতৰ উৎসাহপূৰ্ণ আচৰণ আৰু আতিথ্যৰ বিষয়ে আমি জানিব পাৰিছিলো। যি সময়ৰ কথা মনলৈ আহিছে তেতিয়া শ্ৰদ্ধেয় চণ্ডিকা বল্লভ গোস্বামীয়ে বাছ তথা টেক্সীৰে যাতায়ত কৰিছিল। গোলাঘাটৰ দুজন টেক্সী চালক তেখেতৰ বৰ প্ৰিয় আছিল। প্ৰয়াত সুধীৰ চন্দ্ৰ দাস আৰু শ্ৰী সূৰ্য নাৰায়ণ ৰাজপুত। যেতিয়া আবেলি গোলাঘাটৰ পৰা শিলনিজানৰ বাগিচাৰ গৃহলৈ টেক্সীৰে ৰাওনা হয়, সাধাৰণতে দাস বা ৰাজপুতক তেখেতে লৈ যায়। দুয়োকে শ্ৰীযুতা ইন্দুবালা গোস্বামীয়ে ঘৰুৱা ভাৱে মাতবোল কৰে আৰু চাহ জলপানেৰে আপ্যায়ণ কৰিহে বিদায় দিয়ে। কামৰ সৰু-বৰ বিচাৰ নকৰি আজিৰ পৰা চাৰি দশকৰ পূৰ্বেই শ্ৰীযুতা ইন্দুবালা গোস্বামীয়ে মানৱীয়তাৰ পৰিচয় দিছিল। সত্ৰীয়া পৰিৱেশত থকা গোস্বামী ডাঙৰীয়ানীয়ে আচাৰসৰ্বস্ব প্ৰতিস্থানিক ধৰ্ম-বিশ্বাসৰ কথাকে খামুচি নধৰি এক অনুভৱপৰায়ণ মনৰ পৰিচয়

দিছিল। এনে ধৰণৰ সৰু সৰু দিশৰ টুকটাক কৰ্মই আজিৰ বৃহৎ স্বপৰিপূৰ্ণ পৰিয়াল তথা বাণিজ্যগৃহৰ উত্তৰণত নির্ণায়ক ভূমিকা ল'ব পাৰিছে। তেখেত ধন্যা।

শান্ত সমাহিত আই গৰাকীৰ দীৰ্ঘ জীৱন আমাৰ কাম্য। তেখেতৰ কলমৰ পৰা সৃষ্ট সৰু-বৰ যিকোনো লেখাৰ একত্ৰকৰণ তথা মুদ্ৰণ হ'লে ভাল। সেই নয়নশোভন সেউজীয়াৰ পৰিৱেশত বাস কৰা মঙ্গলচেতনাযুক্ত গোস্বামী ডাঙৰীয়ানীলৈ আমাৰ অভিনন্দন আৰু ওলগ জনালোঁ।



# বিহংগম দৃষ্টিত ইন্দুবালা গোস্বামীৰ জীৱন গাথা

—বন্তি বৰা,
সভাপতি, বৰপথাৰ শাখা সাহিত্য সভা তথা কবি
বৰপথাৰ

পৃথিৱীলৈ যুগে যুগে অনেক লোকৰ আগমন ঘটিছে। তাৰে কিয়দাংশ লোকেহে স্ব-কৰ্মৰে সমাজত নিজৰ স্থিতি অটুট ৰাখিবলৈ সক্ষম হয়। তেনে এগৰাকী নাৰী হ'ল ইন্দুবালা গোস্বামী। সংস্কৃতত এষাৰ কথা আছে - "আত্মদীপো ভৱ" তেখেতে স্ব-কৰ্মৰে আৰু নিজস্ব প্ৰতিভাৰে সমাজত উদ্ভাসিত হৈছে।

উজনি আৰু নামনি অসমৰ মাজৰ সংগম স্থল হ'ল সেইসময়ৰ নগাঁও চহৰ বৰ্তমান নগাঁও জিলা। নগাঁও জিলাৰ সমীপৱৰ্তী বৰ্তমান কামপুৰ মহকুমাৰ অন্তৰ্গত পাচনিজাৰত ইং ১৯৩৩ চনৰ ২৪ ডিচেম্বৰ, দেওবাৰে ইন্দুবালা গোস্বামী জন্ম হয়। তেখেতৰ পিতৃৰ নাম আছিল কামপুৰৰ মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী। মাতৃৰ নাম আছিল গৌৰীপ্ৰিয়া গোস্বামী। প্ৰাক্ স্বাধীন কালত নাৰীৰ উচ্চ শিক্ষাৰ পোহৰ নপৰা ঠাই কামপুৰতে ইন্দুবালা গোস্বামীয়ে প্ৰাথমিক শিক্ষা সাং কৰে। উচ্চ শিক্ষাৰ ব্যৱস্থা নথকাত তেখেতে দেউতাকৰ জৰিয়তে ঘৰতে উচ্চ শিক্ষা গ্ৰহণ কৰে। তেখেতে আমাৰ আগত কৈছিল, সেইসময়ত আখৰৰ যত্নৰ প্ৰতি লক্ষ্য ৰাখি কলপাতত বাঁহৰ কলমেৰে আৰু পাখি কলমে আখৰ লিখা ব্যৱস্থা আছিল। অৱশ্যে এনে ব্যৱস্থা প্ৰাথমিক বিদ্যালয়বোৰত প্ৰায় ষাঠি দশকলৈকে চলিছিল। বৰ্তমান সময়ত এইবোৰ অতীতৰ সাধু কথাৰ দৰে হ'ল।

কামপুৰৰ এক নৈষ্ঠিক গোস্বামী পৰিয়ালত জন্মগ্ৰহণ কৰাৰ বাবেই অতি কম বয়সতে ইন্দুৱালা গোস্বামী বিবাহ পাশত আৱদ্ধ হ'ব লগা হয়। ১৯৫৩ চনত শ্ৰীশ্ৰীদিছিৰীগএঁা সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহবাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ সৈতে তেখেতে যুগ্ম জীৱনৰ পাতনি মেলে। ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীদেৱৰ আঠোটি সন্তানৰ ভিতৰত কনিষ্ঠ ইন্দুবালা গোস্বামী বৰ্তমান সময়ত

এগৰাকী সফল নাৰী। সাধাৰণতে ঘৰৰ কনিষ্ঠই সকলোৰে পৰা অধিক মৰম পোৱা হেতু সদায় আলসুৱা হয়। তেখেত এগৰাকী মমতাময়ী নাৰী যাক মই নিজৰ মাতৃসম খুড়ীদেউ বুলি মাতো তেখেত কিন্তু কিছুক্ষেত্ৰত ব্যতিক্ৰম অৱশ্যে মোৰ দৃষ্টিত। তেখেতে ছয়টি সন্তানৰ উপৰিও শাহু, দেওৰ, ননদ, পো-বোৱাৰীকে ধৰি এখন ভৰুণ সংসাৰ আজি তাৰিখলৈকে সুচাৰুৰূপে পৰিচালনা কৰিবলৈ অকণো কৃপাণালি কৰা নাই। তেখেতৰ পৰিয়ালৰ প্ৰতি থকা কৰ্তব্যবোধ বয়সে আঁচোৰ দিলেও অটুট ৰাখিছে। ধীৰ স্থিৰ মৃদুভাষী মাতৃসম খুড়ী অদম্য মনোবলৰ গৰাকী হোৱাৰ হেতু সাংসাৰিক ধুমুহায়ো বিচলিত কৰিব পৰা নাছিল। তেখেতৰ দুগৰাকী কন্যা ক্ৰমে অনিমা আৰু পূৰ্ণিমা। অতি দুখৰ বিষয় কনিষ্ঠ কন্যা পূৰ্ণিমাই ইতিমধ্যে মাতৃৰ হৃদয় উকা কৰি চিৰদিনলৈ  বিদায় মাগিলে। সুযোগ্য পিতৃ-মাতৃৰ সুযোগ্য পুত্ৰ ক্ৰমে ইন্দ্ৰ বল্লভ গোস্বামী, অপূৰ্ব বল্লভ গোস্বামী, অৰূপ বল্লভ গোস্বামী আৰু অমিতাভ বল্লভ গোস্বামী। বেদ, সংহিতা, ৰামায়ণ, মহাভাৰত, ভাগৱত, পুৰাণ আদি গ্ৰন্থসমূহৰ চৰ্চা সৰ্বদা চলি থকাৰ বাবেই হয়তো তেখেতৰ পুত্ৰ কেইগৰাকীয়ে ধৰ্ম আৰু সাহিত্য চৰ্চা কৰিবলৈ প্ৰেৰণা পায়। বৰ্তমান সময়ত সমাজৰ বৌদ্ধিক মঞ্চত তেওঁলোক একোগৰাকী প্ৰতিষ্ঠিত ব্যক্তি।

১৯৮২ চন, সেই বছৰটোতে ইন্দুবালা গোস্বামী, যাক মই মাতৃস্বৰূপা খুড়ী বুলি সন্মান কৰি আহিছো সেইগৰাকী মমতাময়ী খুড়ীৰ জীৱনলৈ কাল অমানিশা নামি আহিল। দুৰ্ভাগ্যবশত তেখেতৰ স্বামী প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামী দেৱ এক মটৰ দুৰ্ঘটনাত পতিত হৈ মৃত্যু বৰণ কৰে। ঁ চণ্ডিকা বল্লভ গোস্বামী আছিল আধ্যাত্মিক, সামাজিক আৰু ৰাজনৈতিক দিশত এজন অসাধাৰণ ব্যক্তি। জাতি, ধৰ্ম, বৰ্ণ ভেদে সকলোকে সমজ্ঞান কৰিব পৰা গুণৰ অধিকাৰী  চণ্ডিকা বল্লভ গোস্বামী আছিল এগৰাকী সমাজপ্ৰিয় লোক। তেনে এগৰাকী স্বামীক হেৰুৱাইয়ো ইন্দুবালা গোস্বামী বিচলিত হোৱা নাছিল। এগৰাকী ৰায়চাহাব পৰিয়ালৰ জীয়াৰী হৈও মনত অহং ভাৱ নাৰাখি তেখেতে স্বামীৰ সমস্ত  দায়িত্ব শিৰপাতি লৈ শাহু, ননদ, দেওৰে ভৰা এখন ডাঙৰ সংসাৰ সুন্দৰভাৱে পৰিচালনা কৰিছে। সামাজিক ক্ষেত্ৰতো দায়বদ্ধ ইন্দুবালা গোস্বামী। সেয়ে তেখেতে বৰপথাৰ দিছিৰীগাঁও সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটো পুনৰ নিৰ্মাণ কৰে। স্বামীৰ স্মৃতিত তেখেতে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখনি তোৰণ নিৰ্মাণ কৰি বাণিজ্য

মহাবিদ্যালয়ক দান কৰে। তদুপৰি গোলাঘাট ষ্টেচন ৰোডত তেখেতৰ শহুৰেক স্বৰ্গীয় তাৰিণী বল্লভ গোস্বামীদেৱৰ নামত এখন পূজাঘৰৰ তোৰণ নিৰ্মাণ কৰে। সমাজৰ অৱহেলিত, নিষ্পেষিতসকলক সন্মানজনক স্থান দিবলৈ অহোপুৰুষাৰ্থ কৰি অহা ব্যক্তিসকলক উৎসাহিত কৰিবৰ বাবে স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰি মহানুভৱতাৰ পৰিচয় দিব পাৰিছিল। উক্ত বঁটাটি মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা, দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক ইতিমধ্যে প্ৰদান কৰিছে। স্বামীৰ স্মৃতি অধিক জীপাল কৰি ৰখাৰ মনোভাৱেৰে গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে 'স্মৃতিগ্ৰন্থ' আৰু তেখেতৰ ননদ (বৰ্তমান ইহসংসাৰৰ পৰা মেলানি মাগিছে)ঁ ৰেবা গোস্বামীৰ দ্বাৰা ৰচিত এখনি বিয়ানামৰ পুথি প্ৰকাশ কৰি উলিয়াই। ইয়াৰ উপৰিও তেখেতৰ আজোশাহু বিশিষ্ট শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱীগোস্বামীৰ বিষয়ে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা প্ৰকাশিত 'লেখিকাৰ জীৱনী (তৃতীয় খণ্ড) খণ্ডটিত প্ৰকাশ কৰি উলিয়াই। স্মৰ্তব্য যে তেখেতৰ আজুশাহু মাতৃ স্বৰ্গীয় শোভনেশ্বৰী গোস্বামী ডাঙৰীয়ানীও আছিল এগৰাকী অগাধ পণ্ডিত। তেখেতে সাঁচিপাতত তাহানি দিনতে পুথি লিখি নিজৰ পাণ্ডিত্যৰ পৰিচয় দিছিল।

গয়াঁ, বুদ্ধগয়াঁ, বাৰানসী, এলাহাবাদ, দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাৱন, জগন্নাথ, পুৰী আদি ভাৰতৰ বিভিন্ন তীৰ্থস্থান ভ্ৰমণ কৰি ইন্দুবালা গোস্বামী আধ্যাত্মিক চিন্তাধাৰাৰে অধিক পুষ্ট হৈ বৰ্তমান জীৱন বাটত আগবাঢ়িছে। তেখেতৰ আদৰ্শৰে তেখেতৰ বোৱাৰীকেইগৰাকীও ধাৱিত হোৱা পৰিলক্ষিত হয়। ইমান অমায়িক বৃহৎ অন্তৰৰ গৰাকী হোৱাৰ বাবেহে হয়তো মোৰ জীৱনৰ কুটিল সময়খিনিত তেখেতে এমা-ডিমা অৱস্থাত থকা মোৰ সন্তান দুটিক সুৰক্ষিত কৰি ৰাখিছিল। সেই সময়বোৰ মই কেতিয়াও পাহৰিব নোৱাৰো। এইগৰাকীয়েই হ'ল মোৰ মাতৃস্বৰূপা খুড়ী ইন্দুবালা গোস্বামী। সঁচাই তেখেত সৎ ভাৱাপন্ন এগৰাকী মহান গুণৰ অধিকাৰিণী। তেখেতৰ ওচৰত মই চিৰকৃতজ্ঞ হৈ ৰ'লো।

শেষত সমাজৰ প্ৰতি থকা দায়বদ্ধতাৰ পৰিচয় দাঙি ধৰা ইন্দুবালা গোস্বামী ডাঙৰীয়ানীৰ সু-স্বাস্থ্য কামনা কৰিলোঁ। তেখেতক ভগৱানে শতবৰ্ষ পৰমায়ু প্ৰদান কৰক। তাকে প্ৰাৰ্থনা কৰিছোঁ।

# মহীয়সী মহিলা ইন্দুবালা গোস্বামী

—ৰিণুমণি বৰুৱা,
বিশিষ্ট লেখিকা তথা গীতিকাৰ
যোৰহাট

"ব্ৰজদপি কঠোৰাণি মৃদুনি কুসুমদপি" অৰ্থাৎ কুসুমৰ দৰে কোমল কিন্তু সময়ত ব্ৰজৰ দৰে কঠিন হৃদয়ৰ অধিকাৰীয়েই হৈছে নাৰী। নাৰী সৃষ্টিৰ আধাৰ। সৃষ্টিৰ বাবেই নাৰীৰ জন্ম। পৰম পুৰুষৰ আদেশ পাই সৃষ্টিকৰ্তা ব্ৰহ্মাই সংসাৰ নিৰ্মাণৰ বাবে চাৰিসিদ্ধ, সপ্তৰ্ষি, প্ৰজাপতি গণক স্ৰজন কৰিলে যদিও সৃষ্টিৰ উদ্দেশ্য সিদ্ধি নোহোৱাত পৃথিৱীৰ প্ৰথম স্ত্ৰী হিচাবে শতৰূপাৰ স্বজন কৰিলে আৰু সেই শতৰূপা আৰু মনু প্ৰজাপতিৰে সন্তান সন্ততিয়েই হৈছে আজিৰ মানৱজাতি। সেই তেতিয়াৰে পৰাই নাৰীয়ে পুৰুষৰ সতে মিলি ইজনে-সিজনৰ পৰিপূৰক হিচাবে মানৱ সমাজৰ ক্ৰমবিৱৰ্তনৰ ধাৰাটি নিৰৱচ্ছিন্নভাৱে বোৱাই আনিছে। নাৰী হ'ল অনন্য গুণৰ প্ৰতিভূ। সেই গুণ অনুযায়ী এগৰাকী নাৰীক ভিন ভিন অভিধাৰে অভিহিত কৰা হয়। নাৰীক দুহিতা বুলিও কোৱা হয়। পিতৃগৃহ আৰু পতিগৃহ দুয়োখনৰে হিত সাধন কৰে বাবে দুহিতা। পানীৰ দৰে যি পাত্ৰতে থয় তাৰে আকাৰ লয় বাবে নাৰী। নাৰীয়ে সহজে নতুন পৰিৱেশ পৰিস্থিতিত নিজকে খাপ-খুৱাই ল'ব পাৰে। কামিনী ৰূপেৰে পুৰুষৰ অংগশায়িনী হয় আৰু সন্তান জন্ম দি হয় জননী। সন্তানক প্ৰতিপালন কৰি মানুহ কৰে বাবে মাতৃ। ধৰ্ম, অৰ্থ, কাম এই ত্ৰিবৰ্গ সাধনত স্বামীৰ সহযোগী হয় বাবে সহধৰ্মিনী। পৰিয়ালৰ আধাৰ হেতু পৰিবাৰ, গৃহৰ কৰ্তৃত্ব লয় বাবে গৃহিণী। নিজে মহান হৈ আনকো মহান কৰে বাবে মহিলা। ইয়াৰোপৰি বিভিন্ন কাৰ্য কাৰণ অনুযায়ী পত্নী, ঘৈণী, মা, আই আদি বিভিন্ন অভিধাৰে অভিহিত নাৰী।

আজি এই লিখনিৰ যোগেদি আমি এনে এগৰাকী নাৰীক শ্ৰদ্ধাৰে অভিনন্দন জনাব বিচাৰিছোঁ, যি গৰাকীয়ে জীৱনৰ বাট বুলোতে সময়ে সন্মুখলৈ অনা প্ৰতিটো প্ৰত্যাহ্বানৰ সাহসেৰে মুখামুখি হৈ নাতি-নাতিনীৰে ভৰা এক বৃহৎ

## অনন্যা ইন্দুবালা

পৰিয়ালৰ আদৰ্শময়ী পথ প্ৰদৰ্শিকা হৈ সফল মহিলা হিচাবে জীৱনৰ প্ৰায় ৮৪ টা বছৰ পাৰ কৰিছে। তেৱেঁই হৈছে কাৰ্বি-আংলং জিলাৰ শিলনিজানৰ দিছিৰীগঞাঁ সত্ৰৰ প্ৰয়াত সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰী চণ্ডিকা বল্লভ গোস্বামীৰ সহধৰ্মিনী ইন্দুবালা গোস্বামী। যি সময়ত তেখেতে জন্মগ্ৰহণ কৰি পালিত পোষিত হৈছিল সেই সময়ত আমাৰ সমাজৰ উচ্চ বৰ্ণৰ লোকসকলে বাল্যবিবাহৰ দৰে কুসংস্কাৰৰ প্ৰদূষিত বতাহত উশাহ-নিশাহ ল'বলৈ এৰা নাছিল। ফলস্বৰূপে বহু পৰিয়ালৰ কন্যাই পুষ্পিতা নৌ হওঁতেই বিবাহপাশত আৱদ্ধ হ'বলগা হৈছিল। কিন্তু শ্ৰদ্ধেয়া ইন্দুবালা আইৰ সৌভাগ্য আছিল যে তেখেতে এই কু-প্ৰথাৰ বলি হ'ব লগা নহ'ল। পিতৃ কামপুৰৰ সম্ভ্ৰান্ত মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু মাতৃ গৌৰীপ্ৰিয়া দেৱীয়ে ইন্দুবালা আইক এই কু-সংস্কাৰ পৰা আঁতৰাই ৰখাই নহয় সেইসময়তেই স্ত্ৰীশিক্ষাৰ গুৰুত্ব উপলব্ধি কৰি আধুনিক শিক্ষাৰে শিক্ষিত কৰাবলৈও উদ্যোগ ল'লে। যাৰ ফলত শিক্ষানুৰাগী এইগৰাকী মহিলাই উচ্চ শিক্ষানুষ্ঠান নথকাত ঘৰতেই শিক্ষা গ্ৰহণ কৰিছিল। ১৯৫৩ চনত ১৯ বছৰ বয়সতে চণ্ডিকা বল্লভ গোস্বামী দেৱৰ পত্নী হৈ দেৱৰ ননন্দেৰে পৰিপূৰ্ণ এখনি সন্মানীয় ঘৰৰ বৰবোৱাৰী হয়। চাৰিটি পুত্ৰ আৰু দুগৰাকী কন্যাৰ মাতৃ সদাচাৰী আৰু অমায়িক ইন্দুবালা গোস্বামী আইৰ জীৱনৰ পথ কিন্তু সুগম নাছিল। কালৰ বা-মাৰলিয়ে তেখেতে সজাই লোৱা সংসাৰ নাওৰ গুৰিয়ালজনক অকস্মাতে আঁজুৰি নিলে। ১৯৮২ চনত তেখেতৰ স্বামীৰ এক দুৰ্ঘটনাত মৃত্যু হয়। সেইসময়ত পিতৃৰ ব্যৱসায় চোৱাচিতা কৰিব পৰাকৈ কোনোটি ল'ৰাই উপযুক্ত হৈ উঠা নাছিল। এই সংকটপূৰ্ণ মুহূৰ্ততো এইগৰাকী নাৰী ভাগি নপৰি সংসাৰৰ গুৰিব'ঠা দৃঢ়তাৰে চম্ভালি লয় আৰু সমান্তৰালভাৱে পতিৰ ব্যৱসায়ৰ দায়িত্ব হাতত তুলি ল'বলগা হয়। অপৰিসীম ধৈৰ্য, দৃঢ় মনোবল আৰু নিজ দক্ষতাৰে কেউটি সন্তানকে উপযুক্ত শিক্ষা-দীক্ষাৰে শিক্ষিত কৰি এগৰাকী আদৰ্শ মাতৃ আৰু উদ্যোগী মহিলা হিচাবে নিজকে প্ৰতিষ্ঠা কৰা আইগৰাকীয়ে তেওঁৰ এগৰাকী কন্যা পূৰ্ণিমা আইদেউৰো মৃত্যুৰ শোক বুকুত ল'বলগা হয়।

সংস্কৃত মনৰ আইগৰাকীয়ে ব্যৱসায় বাণিজ্য আৰু পৰিয়ালৰ মাজতে সীমাৱদ্ধ হৈ নাথাকি নিজকে সমাজ কল্যাণমূলক কাম-কাজতো জড়িত কৰে।

দিছিৰীগঞাঁ সত্ৰৰ নামত থকা ডাকঘৰৰ পুনৰ নিৰ্মাণ, স্বামীৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ তোৰণ আৰু গোলাঘাট ষ্টেচন ৰোডত শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত পূজাঘৰৰ তোৰণ তেখেতৰ সামাজিক কৰ্মৰ চানেকি। সমাজৰ অৱহেলিত, নিষ্পেষিত সকলক সন্মানজনক স্থান দিয়াবলৈ অহোপুৰুষাৰ্থ কৰা ব্যক্তিসকলক উৎসাহিত কৰিবৰ বাবে ইন্দুবালা আয়ে প্ৰয়াত স্বামীৰ স্মৃতিত "চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা" আগবঢ়ায়। ইতিমধ্যে উক্ত বঁটা মৰাণৰ ধৰ্মপ্ৰাণ ব্যক্তি ইন্দকান্ত দুৱৰা আৰু দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক প্ৰদান কৰা হৈছে। উপৰোক্ত কৰ্মৰ উপৰিও গোলাঘাট শাখা সাহিত্য সভাৰ এখনি স্মৃতিগ্ৰন্থ আৰু ননদ ৰেৱা গোস্বামী ৰচিত এখনি বিয়ানামৰ পুথি, আজুশাহু বিশিষ্টা শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে অসম লেখিকা পৰিষদে যুগুতোৱা গ্ৰন্থৰ তৃতীয় খণ্ডটিত প্ৰকাশ কৰি সাহিত্যপ্ৰেমী মনৰ পৰিচয় দিয়ে। প্ৰসঙ্গক্ৰমে



উল্লেখযোগ্য যে এইগৰাকী মাতৃৰ উপযুক্ত পুত্ৰৰ এজন নামবৰ গেষ্ট হাউচৰ গৰাকী, গোলাঘাট জিলা সাংবাদিক সংস্থাৰ প্ৰাক্তন সভাপতি, দৈনিক জনমভূমি কাকতৰ সাংবাদিক অপূৰ্ব বল্লভ গোস্বামী আৰু আনগৰাকী বিশিষ্ট আলোক চিত্ৰশিল্পী আৰু প্ৰকৃতিপ্ৰেমী অৰূপ বল্লভ গোস্বামীয়ে গভীৰ সামাজিক দায়ৱদ্ধতাৰে সমাজ আৰু সাহিত্যলৈ প্ৰশংসনীয় সেৱা আগবঢ়াই আহিছে। সুস্থ জাতীয়তাবাদী চিন্তাচৰ্চাৰে সংবাদ সেৱাৰ যোগেদি অপূৰ্ব বল্লভ গোস্বামীয়ে জাতিটোৰ প্ৰতিটো সমস্যাতে দৃঢ়তাৰে মাত মাতি আহিছে। অসমৰ গৌৰৱোজ্জ্বল ঐতিহ্য দেওপাহাৰৰ সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ ক্ষেত্ৰত গোস্বামীদেৱে লোৱা ভূমিকা অতি উল্লেখযোগ্য। তেখেতে ৰচনা কৰা ‘নামবৰৰ পৰা ম্যানমাৰলৈ’ নামৰ পুথিখনিয়ে তেখেতৰ প্ৰকৃতি তথা পৰিৱেশ সচেতন মনৰ পৰিচায়ক। আনহাতে এখেতৰ ভাতৃ অৰূপ বল্লভ গোস্বামীয়ে সম্পূৰ্ণ একক প্ৰচেষ্টাৰে সুদীৰ্ঘ দিনৰ অন্তত তদানীন্তন মুখ্যমন্ত্ৰী তৰুণ গগৈ নেতৃত্বাধীন চৰকাৰৰ দিনত পোনপ্ৰথমবাৰৰ বাবে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ “ অ’ মোৰ আপোনাৰ দেশ” জাতীয় সংগীতটিক চৰকাৰীভাৱে স্বীকৃতি প্ৰদান কৰোৱাই অসমবাসীৰ বাবে এক মহান কাৰ্য সম্পাদন কৰিলে।

আজি শ্ৰীযুতা ইন্দুবালা গোস্বামী আইৰ দৰে মহীয়সী মহিলাৰ জীৱনাদৰ্শৰ প্ৰতি শ্ৰদ্ধাশীল হৈ গোলাঘাট লেখিকা পৰিষদে তেখেতৰ কৰ্মৰাজিক সুঁৱৰি যি অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰিবলৈ লৈছে সেইয়া অতি উত্তম আৰু আদৰণীয়। কিয়নো এই কৰ্মৰ যোগেদি শ্ৰদ্ধাৰ ইন্দুবালা আইগৰাকীৰ ব্যক্তিত্বৰ সুকীৰ্তি কালৰ বুকুত হেৰাই নগৈ আমাৰ দৰে বহুলোকৰ অনুপ্ৰেৰণাৰ সমল হৈ ৰ’ব। শেষত এইগৰাকী পথিকৃৎ গুণী মহীয়সী নাৰীৰ পদকমলত সশ্ৰদ্ধ প্ৰণিপাত জনালোঁ আৰু আশা ৰাখিলোঁ যাতে ভগৱানে তেখেতক সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰে।

# ইন্দুবালা গোস্বামী এক প্ৰেৰণাৰ উৎস

—গীতা  শৰ্মা বৰপূজাৰী,
বিশিষ্ট গল্পকাৰ, গোলাঘাট

সমাজত এনে কিছুমান ব্যক্তি আছে যি লোকচক্ষুৰ আঁৰত থাকি নীৰৱে কাম কৰি যায়, যাক দেখাত সাধাৰণ যেনেই লাগে, কিন্তু নিজৰ পৰিয়াল, আত্মীয়-স্বজন আৰু চুবুৰীয়াৰ বাবে তেওঁ হৈ পৰে শীতল ছাঁ দিয়া, প্ৰচণ্ড ধুমুহায়ো বিধ্বস্ত কৰিব নোৱাৰা এজোপা বিশাল বটবৃক্ষ। মই যিগৰাকী মহিলাৰ বিষয়ে ক'বলৈ লৈছো তেখেতৰ সান্নিধ্যলৈ অহা যিকোনো ব্যক্তিয়েই উপৰোক্ত কথাষাৰৰ সত্যতা উপলব্ধি কৰিব পাৰিব। প্ৰতিবেশী হিচাপে মই অজস্ৰবাৰ শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ সংস্পৰ্শলৈ আহিছো আৰু প্ৰতিবাৰেই তেখেতৰ শান্ত সুমিষ্ট ব্যক্তিত্বৰ সান্নিধ্যত নিজকে ধন্য মানিছো।

কামপুৰৰ এটি অতি সংস্কৃতিৱান আৰু খ্যাতিসম্পন্ন পৰিয়ালত ১৯৩৩ চনৰ ২৪ ডিচেম্বৰ তাৰিখে ইন্দুবালা গোস্বামীৰ জন্ম হয়। তেখেতৰ পিতৃ আছিল কামপুৰৰ সম্ভ্ৰান্ত মৌজাদাৰ, অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী। তেখেতৰ মাতৃ আছিল গৌৰীপ্ৰিয়া গোস্বামী। যিখিনি সময়ত ইন্দুবালা গোস্বামীয়ে জন্ম গ্ৰহণ কৰে। সেই সময়ত অসমত স্ত্ৰীশিক্ষাৰ প্ৰচলন আজিৰ দৰে নাছিল। কন্যা সন্তানৰ শিক্ষাদানৰ প্ৰতি ইচ্ছুক অভিভাৱকসকল বহু সময়ত প্ৰতিকূল পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হৈছিল। কিন্তু ইন্দুবালা গোস্বামীৰ পিতৃ-মাতৃ আছিল শিক্ষানুৰাগী লোক। তেওঁলোকে জীয়েকক প্ৰাথমিক স্কুলত নাম লগাই দিলে। প্ৰাথমিক শিক্ষা শেষ হোৱাৰ পাছত সেই অঞ্চলত উচ্চ শিক্ষাৰ ব্যৱস্থা নথকাত তেওঁলোকে ইন্দুবালাক ঘৰতেই শিক্ষা কাৰ্য চলাই যাবলৈ সুবিধা কৰি দিছিল। সেইসময়ত সুন্দৰ হাতৰ আখৰৰ বাবে কলপাতত আখৰ লেখিবলৈ শিকোৱা হৈছিল। তেখেতৰ পিতৃ-মাতৃয়ে সেইয়া গুৰুত্ব সহকাৰে গ্ৰহণ কৰিছিল।

উমলি-জামলি শৈশৱৰ সোণালী দিনবোৰ পাৰ কৰি মুকলিমুৰীয়া হৈ



কৈশোৰ উপভোগ কৰিবলৈ নৌ-পাওঁতেই সেই সময়ত সচৰাচৰ বিবাহৰ নিয়ম অনুসৰি অতি কম বয়সতে ইন্দুবালা গোস্বামীৰ বিবাহ সম্পন্ন হয়। শিলনিজানৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত ১৯৫৩ চনত ইন্দুবালা গোস্বামীৰ বিবাহ অনুষ্ঠিত হয়। যুগ্ম জীৱনৰ আৰম্ভণিতেই এখন ভৰপূৰ পৰিয়ালৰ সকলোৰে আদৰৰ বৰবোৱাৰী ইন্দুবালা গোস্বামীয়ে নিজৰ সাংসাৰিক দায়িত্ব সুচাৰুৰূপে পালন কৰিছিল। তেখেত এগৰাকী আদৰ্শ নাৰী। তেখেতৰ মিঠা মাত আৰু মিচিকিয়া হাঁহিয়ে সকলোকে সন্মোহিত কৰিব পাৰিছিল। পিতৃ পৰিয়ালৰ পৰা জন্মসূত্ৰে এই সজ আচৰণ আহৰণ কৰি লৈ অহা ইন্দুবালা গোস্বামী আজি সকলোৰে শ্ৰদ্ধাৰ পাত্ৰী। বিশেষকৈ সকলোকে পৰম মিত্ৰ কৰি ল'ব পৰা অমায়িক-ব্যৱহাৰ, পৰোপকাৰিতা, অতিথিপৰায়ণতা, সহৃদয়তা আদিৰে তেখেতৰ আছে এখন বিশাল হৃদয়। স্বামীৰ পৰিয়াল আৰু পিতৃৰ পৰিয়ালৰ সকলো আনন্দ উৎসৱ, বিপদ আপদত তেখেতে সদায় অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। ওচৰ চুবুৰীয়াকো নিজৰ পৰিয়ালৰ সদস্যৰ

দৰেই সুখ-দুখৰ সমভাগী কৰিছিল। পৰিয়াল আত্মীয়-স্বজন বা ওচৰ চুবুৰীয়াক তেখেতে প্ৰাপ্য অনুসৰি সন্মান প্ৰদৰ্শন কৰি আহিছে। সত্ৰৰ সকলো পূজা পাতল আৰু ধৰ্মীয় অনুষ্ঠানত তেখেতৰ উদাৰ আৰু নিৰহংকাৰী মনোভাৱ ফুটি উঠা পৰিলক্ষিত হয়।

১৯৮২ চনত হঠাতে এটি দুৰ্ঘটনাত ইন্দুবালা গোস্বামীৰ স্বামীৰ মৃত্যু হয়। সেইসময়ত কম বয়সীয়া সন্তান কেইটিৰ সৈতে স্বামীৰ অবৰ্তমানত তেখেত অসহায় হৈ পৰিছিল যদিও বৰ কষ্টেৰে নিজৰ স্বভাৱসুলভ ধৈৰ্যৰে তেখেতে নিজৰ সন্তানৰ লগতে ব্যৱসায়ো চম্ভালি ল'বলৈ সমৰ্থ হৈছিল।

ইন্দুবালা গোস্বামীৰ আটাইকেউটি সন্তানেই নম্ৰ, অমায়িক আৰু সমাজত সুপ্ৰতিষ্ঠিত। তেখেতৰ দুগৰাকী কন্যা অনিমা আৰু পূৰ্ণিমা। চাৰিজন পুত্ৰ ইন্দ্ৰ বল্লভ গোস্বামী, অৰূপ বল্লভ গোস্বামী আৰু অমিতাভ বল্লভ গোস্বামী সফল ব্যৱসায়ী। শ্ৰীমান অপূৰ্ব বল্লভ গোস্বামী এজন সফল ব্যৱসায়ী হোৱাৰ উপৰিও এজন খ্যাতনামা সাংবাদিক। শ্ৰীমান অৰূপ বল্লভ গোস্বামীও এজন সফল ব্যৱসায়ী হোৱাৰ উপৰিও এজন প্ৰকৃতিবিদ। হঠাতে ইন্দুবালা গোস্বামীৰ সৰু কন্যা পূৰ্ণিমাৰ অকাল বিয়োগ ঘটে। সেই অসহনীয় দুখৰ বোজাই তেখেতক বৰ কষ্ট দিয়ে আৰু ম্ৰিয়মান কৰি তোলে।

সমাজিক কাম-কাজৰ প্ৰতিও ইন্দুবালা গোস্বামীয়ে ইতিবাচক সঁহাৰি আগবঢ়াইছিল। তেখেতে বৰপথাৰত শ্ৰীশ্ৰীদিছিৰীগএঁা সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটি পুনৰ নিৰ্মাণ কৰে। তেখেতে স্বামীৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখনি তোৰণ নিৰ্মাণ কৰাৰ উপৰিও গোলাঘাট ষ্টেচন ৰোডত তেখেতৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত পূজা ঘৰৰ এখনি তোৰণ নিৰ্মাণ কৰে। সমাজৰ অৱহেলিত,নিষ্পেষিত সকলক সন্মানজনক স্থান দি অহোপুৰুষাৰ্থ কৰি অহা ব্যক্তিসকলক উৎসাহিত কৰিবৰ বাবে তেখেতে স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰে। উক্ত বঁটা মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা আৰু দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক প্ৰদান কৰা হয়।

সাহিত্যৰ ক্ষেত্ৰতো ইন্দুবালা গোস্বামীৰ উল্লেখযোগ্য অৱদান আছে। স্বামীৰ স্মৃতি সজীৱ কৰি ৰখাৰ উদ্দেশ্যে তেখেতে গোলাঘাট শাখা সাহিত্য

সভাৰ জৰিয়তে এখনি স্মৃতিগ্ৰন্থ আৰু ননদ ৰেৱা গোস্বামীৰ দ্বাৰা ৰচিত এখনি বিয়ানামৰ পুথি প্ৰকাশ কৰি উলিয়াই। বিশিষ্ট শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী ইন্দুবালা গোস্বামীৰ আজু শাহু আছিল। তেখেতে জ্যোতিষ শাস্ত্ৰৰ বহু পুথি লিখিছিল। কিন্তু সেই সময়ত সংৰক্ষণৰ অভাৱত বহু মূল্যৱান পুথি নষ্ট হৈ যায়। বৰ্তমান সংৰক্ষণ অৱস্থাত থকা সাঁচিপাতৰ পুথিত সত্যনাৰায়ণ পূজাবিধি, বিষ্ণুপুৰাণ আদিৰ বিষয়ে লিখা আছে। ১৯শ শতিকাৰ শেষভাগত মহিলা শাস্ত্ৰজ্ঞ হিচাপে তেখেতে অত্যন্ত খ্যাতি লাভ কৰিছিল সেই সময়ৰ ৰক্ষণশীল সমাজত এগৰাকী মহিলাই ধৰ্মশাস্ত্ৰৰ পুথি লিখাটো সাধাৰণ কথা নহয়। আজুশাহু শোভনেশ্বৰী দেৱীৰ বিষয়ে এই সকলোবোৰ তথ্য ইন্দুবালা গোস্বামীয়ে লেখিকা পৰিষদৰ যোগেদি প্ৰকাশ কৰি উলিয়াইছিল।

নিজৰ মানসিক দৃঢ়তা অটুট ৰাখিবলৈ ইন্দুবালা গোস্বামীয়ে ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থস্থান যেনে গয়াঁ, বুদ্ধগয়াঁ, বাৰাণসী, এলাহাবাদ, দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবন আদি ভ্ৰমণ কৰে। এই ভ্ৰমণৰ লগত তেখেতৰ ধৰ্মীয় জীৱন দৰ্শনো জড়িত হৈ আছে বুলি নিঃসন্দেহে ক'ব পাৰি।

ইন্দুবালা গোস্বামীৰ সৎ আদৰ্শৰাশি নাৰী সমাজৰ বাবে কেৱল আদৰণীয়ই নহয় অনুকৰণীয়ও। সৰ্বগুণসম্পন্ন এই গৰাকী মহীয়সী নাৰীৰ সু-স্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰিলোঁ।

# এগৰাকী সুদৃঢ় আদৰ্শ মাতৃৰ বিষয়ে

—বৈকুণ্ঠপ্ৰসাদ গোস্বামী
ভূ-তত্ত্ববিদ, গুৱাহাটী

দেউতা প্ৰয়াত অযোধ্যা প্ৰসাদ গোস্বামী ১৯৬৯ চনত গোলাঘাটৰ পৰা সম্পূৰ্ণকৈ উঠি অহাৰ পিছত আমাৰ গোলাঘাটৰ লগত সম্পৰ্ক প্ৰায় নাইকিয়াই হৈছিল। মাজে মাজে আমোলাপট্টি পাঁচআলিত থকা খুড়া মাখন দা (প্ৰয়াত মাখন বৰুৱা) হঁতৰ ঘৰলৈ যোৱা হৈছিল। পিছত দেৱৰাজ ৰয় মহাবিদ্যালয়ৰ সোণালী জয়ন্তীৰ সময়ত মহাবিদ্যালয়ৰ মুখ্য তোৰণখন দেউতাৰ সোঁৱৰণীত নিৰ্মাণৰ বাবে মহাবিদ্যালয়ৰ ফালৰ পৰা প্ৰস্তাৱ দিয়াত প্ৰায় ৩৫ বছৰৰ পিছত আকৌ গোলাঘাটলৈ অহাযোৱা আৰম্ভ হয়। ইয়াৰ মাজতে গোলাঘাট জিলা সাংবাদিক সংস্থাৰ সোণালী জয়ন্তীত প্ৰতিষ্ঠাপক অযোধ্যা প্ৰসাদ গোস্বামীক সম্বৰ্ধনা জনাবলৈ আমাৰ পৰিয়ালক নিমন্ত্ৰণ কৰাত, আমাৰ পুৰণি শিলনিজানৰ ঘৰৰ ওচৰত বৰ্তমান গোলাঘাটৰ বাসিন্দা অপূৰ্ব বল্লভ গোস্বামীৰ লগত চিনাকি হয়।

কুৰি শতিকাৰ প্ৰথম দশকতে ঢেকীয়াল আৰু গোলাঘাটৰ দুজন গোঁসাইয়ে নামবৰ বনাঞ্চলৰ লগতে তেতিয়াৰ কাৰ্বি পাহাৰ জিলাৰ শিলনিজানত সত্ৰ স্থাপন কৰি বসতি আৰম্ভ কৰে। তাৰে এজন আমাৰ আজুককা বেণুধৰ গোস্বামী আৰু আনজন অপূৰ্ব বল্লভ গোস্বামীৰ ককাক তাৰিণী বল্লভ গোস্বামী। শিলনিজানৰ মাজেৰে ডিমাপুৰলৈ যোৱা ৰাষ্টাৰ দুপাৰে দুজন বহিলে। এজনে

আঁহত গুৰি সত্ৰ প্ৰতিষ্ঠা কৰি ধৰ্মচৰ্চাত আছিল। আনজনে দিছিৰিগএঞাঁ সত্ৰ প্ৰতিষ্ঠা কৰাৰ লগতে এখন চাহ বাগানো আৰম্ভ কৰিলে। দেউতা শিলনিজানৰ পৰা গোলাঘাট আৰু তাৰ পৰা গুৱাহাটীলৈ উঠি যোৱাত এই পৰিয়াল বিলাকৰ লগত আমাৰ যোগাযোগ নাইকিয়া হ'ল। ১৯৭৫ চনত মই মেট্ৰিক পৰীক্ষা দি খুড়া যোগেন গোস্বামীৰ লগত শিলনিজানলৈ যাওঁতে তেখেতে মোক দিছিৰিগএঞাঁ সত্ৰৰ সত্ৰাধিকাৰ চণ্ডিকা বল্লভ গোস্বামীৰ ঘৰলৈও লৈ গৈছিল। ঘৰৰ প্ৰাচুৰ্য আৰু আদৰ চেনেহ মনত থাকিবলগীয়া।

এজন মানুহৰ ব্যৱহাৰ, ৰুচি, কথনভঙ্গী আদিয়ে মানুহজনৰ পৰিয়ালৰ সাংস্কৃতিক বাতাবৰণৰ পৰিচয় দিয়ে। মানুহৰ সাংস্কৃতিক সংস্কাৰৰ আদিপাঠ পৰিয়ালতে হয়। এইক্ষেত্ৰত মাতৃৰ ভূমিকা অপৰিসীম। সৰুতে ল'ৰাছোৱালীয়ে দেউতাকতকৈও মাকক বেছি লগ পায় আৰু মাকৰ পৰাই যাৱতীয় সাংসাৰিক শিক্ষা গ্ৰহণ কৰে। অপূৰ্ব বল্লভ গোস্বামীক লগ পোৱাৰ পিছত তেখেতৰ পৰিয়ালৰ সাংস্কৃতিক বাতাবৰণৰ বিষয়ে অনুমান কৰিবলৈ মুঠেও অসুবিধা নহয়। লগে লগে আহি যায় মাকৰ প্ৰসঙ্গ । যাৰ প্ৰাথমিক শিক্ষাৰ বাবে আজি সমাজৰ এখন উচ্চ আসনত প্ৰতিষ্ঠিত হৈও সেইবিষয়ে অহংকাৰ নোহোৱাকৈ সকলোৰে লগত সমানে মিলামিচা কৰি আছে।

জানিবলৈ পোৱা মতে অপূৰ্ব বল্লভ গোস্বামীৰ মাতৃ ইন্দুবালা গোস্বামীৰ জন্ম হয় কামপুৰৰ এটা সম্ভ্ৰান্ত পৰিয়ালত। তেখেতৰ পিতৃৰ নাম গোলোক চন্দ্ৰ গোস্বামী আৰু মাতৃ গৌৰীপ্ৰিয়া গোস্বামী। ১৯৫৩ চনত দিছিৰিগএঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহসূত্ৰে শিলনিজানৰ বাসিন্দা হয়। পিতৃগৃহতে প্ৰাথমিক শিক্ষা গ্ৰহণ কৰি উচ্চ শিক্ষাৰ ব্যৱস্থা নথকাৰ বাবে ঘৰতে যাৱতীয় শিক্ষা গ্ৰহণ কৰিছিল। খুড়াহঁতৰ পৰা শুনিবলৈ পোৱা মতে তেখেতৰ অমায়িক তথা সকলোকে আপোন কৰিব পৰা ব্যৱহাৰৰ বাবে সকলোৰে প্ৰিয়পাত্ৰ হৈছিল। তেখেতৰ সেই ব্যৱহাৰ পাতি ল'ৰাছোৱালীৰ মাজতো বিদ্যমান। তেখেতৰ লিখা মেলাতো হাত আছিল বুলি সদৌ অসম লেখিকা সমাৰোহৰ প্ৰকাশিত 'লেখিকাৰ জীৱনীত' উল্লেখিত শোভনেশ্বৰী দেৱী গোস্বামীৰ ওপৰত লিখা লেখনিৰ পৰাই অনুমান কৰিব পাৰি।

স্বামী চণ্ডিকা বল্লভ গোস্বামী মৃত্যুৰ পিছত তেখেতে চাহ বাগানৰ পৰা আৰম্ভ কৰি সকলো দায়িত্ব কান্ধপাতি লৈ সুকলমে চলাই নিছিল। সামাজিক কাম কাজতো তেখেত আগৰণুৱা আছিল। গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ মুখ্য তোৰণখন তেখেতৰ স্বামীৰ স্মৃতি ৰক্ষাৰ্থে নিৰ্মাণ কৰি দিয়ে। শহুৰ তাৰিণী বল্লভ গোস্বামীৰ স্মৃতি ৰক্ষাৰ্থে গোলাঘাটৰ ষ্টেচন ৰোডত এখনি তোৰণ নিৰ্মাণ কৰে। ইয়াৰ বাহিৰেও বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত পৰোক্ষ বা প্ৰত্যক্ষভাৱে জড়িত।

সমাজৰ নৈতিক স্খলন ৰোধ কৰি পৰিয়ালৰ পৰাই এখন সুস্থ সমাজ গঠনৰ বাবে আমাক পাৰিলে প্ৰত্যেক ঘৰতেই একোগৰাকী ইন্দুবালা গোস্বামীৰ দৰে সুদৃঢ় মনোবলৰ মাতৃৰ প্ৰয়োজন।

আজি জীৱনৰ বিয়লি বেলাত তেখেতৰ দীৰ্ঘায়ু তথা সু-স্বাস্থ্যৰ কামনা কৰিলোঁ।



# শ্ৰীযুতা ইন্দুবালা গোস্বামী ঃ এগৰাকী দক্ষ নাৰী

—বীণা গোস্বামী
প্ৰাক্তন শিক্ষয়িত্ৰী
মৰিগাঁও

জয়জয়তে মই শ্ৰদ্ধাৰ শ্ৰীযুতা ইন্দুবালা বাইদেউলৈ প্ৰণাম জনালোঁ। মই বাইদেউৰ বিষয়ে যি অলপ জানো তাকে লিখিব বিচাৰিছোঁ।

মই বাইদেউক প্ৰথম লগ পাওঁ ১৯৮২ চনৰ মে' মাহত বাইদেউৰ ডাঙৰ ছোৱালী অনিমাৰ বিয়াত। বিয়াৰ উপলক্ষে মই মোৰ স্বামী আৰু পুত্ৰৰ সৈতে নগাঁৱৰ পৰা গোলাঘাট হৈ শিলনিজান চাহ বাগিচাত উপস্থিত হৈ চাৰি দিন থাকি জোৰণ আৰু বিয়া খাই আমাৰ গন্তব্য স্থানলৈ ঘূৰি আহিলোঁ। বিয়াৰ সকলো কাম  সুন্দৰভাৱে হৈছিল। আমি বিয়াৰ দিনকেইটাত আনন্দ ফূৰ্টিৰেই পাৰ কৰিছিলো।

বিয়াৰ কেইদিনত মই বাইদেউৰ দায়িত্ববোধ, কৰ্মতৎপৰতা আৰু অতিথিপৰায়ণতা দেখি অভিভূত হৈ গৈছিলোঁ। তেখেতৰ ধৈৰ্য, সাহস, শক্তি আৰু ত্যাগৰ যি আৰ্হি সেয়া অতুলনীয়। গহীন-গম্ভীৰ, ধীৰ-স্থিৰ বাইদেউ এগৰাকী মহীয়সী মাতৃৰ নিচিনা লাগিছিল। বিয়াৰ পাছতো আমি দুবাৰমান বাগিচালৈ গৈছিলো আৰু বাইদেউৰ অতিথি পৰায়ণতাত আমি আপ্লুত  হৈছিলোঁ।

মোৰ শহুৰৰ ঘৰ গোলাঘাটত। মোৰ শহুৰ প্ৰয়াত ৰায়চাহাব গোপিকা বল্লভ গোস্বামী। আৰু বাইদেউৰ শহুৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামী দুয়ো ভাই-ককাই। এয়াই মোৰ লগত বাইদেউৰ সম্বন্ধ।

নগাঁও জিলাৰ কামপুৰৰ এটি সম্ভ্ৰান্ত পৰিয়ালত জন্মগ্ৰহণ কৰা বাইদেউক প্ৰাথমিক শিক্ষা গ্ৰহণৰ পাছত উচ্চ শিক্ষাৰ সুবিধা নথকাত ঘৰুৱাভাৱেই ঘৰতেই অধ্যয়ন কৰিবলৈ সুবিধা কৰি দিছিল। সেইসময়ত স্ত্ৰী শিক্ষাৰ প্ৰচলন বৰকৈ হোৱা নাছিল। তথাপিও বাইদেৱে তীক্ষ্ণ বুদ্ধিৰে জ্ঞান আহৰণ কৰি সকলো সমস্যা হেলাৰঙে সমাধা কৰিছিল।

তেখেতৰ বিয়া কম বয়সতে হৈছিল শিলনিজানৰ দিছিৰীগএঁা সত্ৰৰ



সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত। যৌথ পৰিয়াললৈ বিয়া হৈ আহি সাংসাৰিক দায়িত্ব সুচাৰুৰূপে পালন কৰি সকলোৰে আদৰৰ বোৱাৰী হৈ পৰিছিল। সময়ত তেখেতৰ দুগৰাকী কন্যা আৰু চাৰিজন পুত্ৰ জন্ম হয়।

জন্ম-মৃত্যু-বিবাহত কাৰো হাত নাই। বিধিৰ বিধান। স্বামীৰ আকস্মিক মৃত্যুৱে বাইদেউক যথেষ্ট কষ্ট দিছিল। তেখেতে সন্তানসকলৰ চোৰাচিতা কৰাৰ লগতে চাহ বাগিচাৰ গধুৰ দায়িত্ব চম্ভালিব লগীয়া হৈছিল। তাৰোপৰি নিজৰ সত্ৰখনৰ ধৰ্মীয় কাম-কাজ আৰু সাংসাৰিক দিশতো চকু দিবলগীয়া হৈছিল। সামাজিক কামত তেখেতে অকণো হেলা কৰা নাছিল। বৰঞ্চ দান বৰঙণি দি সহায়হে কৰি আহিছে। নিৰহংকাৰী মনেৰে পৰিয়াল আৰু আত্মীয়-স্বজনক বিপদত উদ্ধাৰ কৰি আহিছে। তেখেতে কেইবাটাও অনুষ্ঠান-প্ৰতিষ্ঠানত সহায় কৰি বঁটা প্ৰদান কৰি আহিছে। তেখেতে প্ৰয়াত স্বামী আৰু প্ৰয়াত শহুৰৰ নামত চিৰস্মৰণীয় ভাৱে তোৰণ, বঁটা আদি দি আহিছে। অসমৰ লেখিকা পৰিষদৰ লগতো তেখেত জড়িত হৈ আছে। সকলোৰে প্ৰতি তেখেতৰ সৎভাৱ সদায় স্মৰণীয় হৈ থাকিব। বাইদেউ যেন এনেকৈয়ে সকলো কাম-কাজ কৰি আমাৰ মাজত সদায় থাকি যায়। শেষত বাইদেউৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

# মাননীয়া— শ্ৰীযুতা ইন্দুবালা গোস্বামীলৈ সেৱাৰে

—পৰেশ শইকীয়া
সহযোগী অধ্যাপক
গোলাঘাট বাণিজ্য মহাবিদ্যালয়



(গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ সেইসময়ৰ অধ্যক্ষ নন্দ বৰা, উপাধ্যক্ষ চন্দ্ৰ গগৈ, অপূৰ্ব আৰু ইন্দুবালা)

শ্ৰীশ্ৰীদিছিৰীগএঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীৰ সহধৰ্মিনী মাতৃসম শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ কথা মনলৈ আহিলে চকুৰ আগত ভাঁহি উঠে এগৰাকী শান্ত, সৌম্য, নম্ৰ, ভদ্ৰ ব্যৱহাৰে পূৰ্ণ হৈ থকা মানৱীয় গুণেৰে বিভূষিতা মহিলাৰ অৱয়ব।

গোলাঘাট বাণিজ্য মহাবিদ্যালয় লগত প্ৰতিষ্ঠা কালতে তেখেতৰ স্বামী প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামী ওতঃপ্ৰোত ভাৱে জড়িত হৈ আছিল। প্ৰতিষ্ঠাপক অধ্যক্ষ পুনাৰাম নেওগ ডাঙৰীয়াৰ লগত তেখেতৰ সুমধুৰ সম্পৰ্কৰ বাবেই হয়তো চণ্ডিকা বল্লভ গোস্বামীয়ে পিতৃ তাৰিণীবল্লভ গোস্বামীৰ স্মৃতিত এটি

শ্ৰেণী কোঠা দান কৰোঁতে তেখেতে মুক্তহস্তে দান বৰঙণি আগবঢ়াইছিল। দান দিব পৰা গুণ কিমান মহান সেইয়া মহাপুৰুষসকলে শাস্ত্ৰত লিপিৱদ্ধ কৰি গৈছে। সেই মহানুভৱতাৰ পৰিচয় এই পৰিয়ালে দেখুৱাই আহিছে। পৰৱৰ্তী পৰ্যায়ত তেখেতৰ পত্নী শ্ৰীযুতা ইন্দুবালা গোস্বামী আই গৰাকীয়ে ১৯৯৮ চনত বাণিজ্য মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তী বৰ্ষত স্বামীৰ পদাংক অনুসৰণ কৰি গোলাঘাট বাণিজ্য মহাবিদ্যালয় মূল প্ৰৱেশ পথত এখনি তোৰণ স্বামীদেৱতাৰ নামত দান দি সমাজক বৌদ্ধিক ভাৱেৰে আগবঢ়াৰ ক্ষেত্ৰত বৰঙণি আগবঢ়োৱাৰ উপৰিও তেখেতৰ স্বামীৰ স্মৃতি যুগমীয়া কৰিলে।

শিষ্টাচাৰ, নম্ৰতা, ভদ্ৰতা, মাৰ্জিত আৰু নীতি-নিয়ম ব্যৱহাৰে শ্ৰীযুতা ইন্দুবালা গোস্বামীয়ে নিজৰ পুত্ৰসকলক সমাজত প্ৰতিষ্ঠিত কৰি সু-মাতৃৰ পৰিচয় দাঙি ধৰিলে। তেখেতসকলৰ সমগ্ৰ পৰিয়ালটোৰ অন্যতম এই গুণ ৰাশিক সমাজৰ সকলো শ্ৰেণীৰ লোকে শ্ৰদ্ধা কৰে। মাতৃসম আই গৰাকীক অভিনন্দন জনোৱাৰ এই মাহেন্দ্ৰক্ষণত মোৰ ফালৰ পৰা জনালোঁ ভক্তিভৰা শ্ৰদ্ধা। পৰম পিতা পৰমেশ্বৰৰ শ্ৰীচৰণত তেখেতৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু জীৱনৰ কামনা কৰিলো।

–ঃঃ–



# শ্ৰদ্ধেয়া নবৌলৈ অভিনন্দন

অঞ্জলী গোস্বামী শৰ্মা,
সভানেত্ৰী, নাৰায়ণপুৰ শাখা লেখিকা সমাৰোহ সমিতি,
লক্ষিমপুৰ

'কীৰ্ত্তি যস্য স জীৱতি'

এটি সংস্কৃতিৱান আদৰ্শ পৰিয়ালৰ গৃহৰক্ষী স্বৰূপা বোৱাৰী ইন্দু বৌক লগ পাইছিলো ১৯৬৩ চনত মোৰ ৺ ডাঙৰ দাদাৰ (অতুল চন্দ্ৰ গোস্বামী) বিয়াৰ পাছত। সেই সময়ত মই এল.পি স্কুলত পঢ়ি আছিলোঁ। বৌৰ স্বভাৱ সুলভ হাঁহিটোৱে সকলোকে অতি সোনকালে আপোন কৰি ল'ব পাৰে। বহু গুণৰ অধিকাৰী বৌৰ জীৱনশৈলী স্বকীয় প্ৰতিভাৰে অমূল্য গুণৰাজিৰে বিভূষিতা, প্ৰচাৰ বিমুখ, মানৱ দৰদী আৰু সদা সচেতন এগৰাকী মাতৃ। বৌ এগৰাকী সংস্কৃতিৱান সফল গৃহণীয়েই নহয়, এগৰাকী আদৰ্শ মাতৃও। আদৰ্শৱান পৰিয়ালৰ জীয়াৰী আৰু অভিজাত পৰিয়ালৰ বোৱাৰী হৈও অতি সহজ-সৰল, অমায়িক, উদাৰ স্বভাৱ আৰু বহল মনৰ গৰাকী। আমি গৰমৰ বন্ধত বৌৰ লগত শোভনেশ্বৰীৰ বাগানত থকাকৈ যাওঁতে বৌক ওচৰৰ পৰাই লগ পাওঁ আৰু মোৰ বৌ আৰু ইন্দুবৌৰ মাজত পাৰ্থক্য বিচাৰি নাপাওঁ। তাত থকা দিনকেইটাত বৌৱে মোক আবেলি চাপ কাপ কৰিবলৈ কয়, 'চাৰু তুমি গোলাপী চাহ কাপ কৰিবা দেই'। মই পানী নিদি গাখীৰতে চাহ কাপ কৰো। ৰংটো ভাল হয় কাৰণে নাম দিয়ে গোলাপী চাহ। গহীন গম্ভীৰ চকুৰে মুখে লাগি থকা মুখৰ হাঁহিটোৰ সৈতে এগৰাকী দেৱী দেৱী যেন অনুভৱ হয়।

বৌৰ কথা ক্ষুদ্ৰ লেখনিৰে ফুটাই তুলিব পৰাটো মোৰ বাবে সম্ভৱ নহয়। তেখেতক লগ পোৱা একোটা একোটা মুহূৰ্তৰ আভাস প্ৰত্যেকৰ লিখনিত নিশ্চয় প্ৰকাশ পাব। শেষত বৌৰ ৮৪ বছৰ বয়সত গোলাঘাট জিলা লেখিকা পৰিষদে অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱা প্ৰচেষ্টাক শলাগ ল'লোঁ। পৰমপিতা পৰমেশ্বৰৰ ওচৰত বৌৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

# শ্ৰীযুতা ইন্দুবালা গোস্বামী বাইদেউক মই যেনেদৰে পাইছিলোঁ

—ঠগেশ্বৰ গগৈ
অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষক,
বৰজান উচ্চ মাধ্যমিক বিদ্যালয়

কাৰ্বি-আংলং জিলাৰ শিলনিজানত অৱস্থিত শিলনিজান মধ্য ইংৰাজী বিদ্যালয়ত ১৯৭৩ চনৰ জানুৱাৰী মাহত মই প্ৰধান শিক্ষকৰ পদত নিযুক্তি লাভ কৰিছিলোঁ। শিলনিজানৰ দিছিৰীগএঞা সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীদেৱ শিলনিজান মধ্য ইংৰাজী বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভাপতি আছিল আৰু সেইসূত্ৰে মই তেখেতসকলৰ ঘৰলৈ যাবলগা হৈছিল।

গোস্বামীদেৱ মানুহজন বৰ গুৰু গম্ভীৰ আৰু মৰমিয়াল আছিল। তেখেতৰ ব্যক্তিত্বই মোক মুগ্ধ কৰিছিল। এদিন গোস্বামীদেৱে মোক তেখেতৰ ঘৰলৈ মতাই নিছিল আৰু তেখেতৰ ল'ৰা-ছোৱালীকেইটাক ঘৰত পঢ়ুৱাবলৈ মোক অনুৰোধ কৰিছিল। মই তেখেতৰ কথা পেলাব নোৱাৰিছিলো আৰু সেইমতেই মই ৰাতিপুৱা গৈ পঢ়ুৱাইছিলো অনিমা, পূৰ্ণিমা, ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু অমিতাভক। তেখেতৰ পুত্ৰ-কন্যাসকল বৰ অমায়িক, মৰমিয়াল আৰু ভক্তিপৰায়ণ। তেওঁলোকৰ ব্যৱহাৰত মই অতি মুগ্ধ হৈছিলোঁ।

প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীদেৱৰ সুযোগ্যা পত্নী শ্ৰীযুতা ইন্দুবালা গোস্বামীক মই দেখাৰ দিনাৰ পৰাই তেখেত এগৰাকী সাদৰী, সকলোৰে প্ৰতি সমদৃষ্টি সম্পন্না উদাৰ আৰু বহল দৃষ্টিভংগীৰে এগৰাকী মহীয়সী নাৰী। তেখেতসকলৰ ঘৰলৈ ল'ৰা-ছোৱালীকেইটাক পাঠদান কৰিবলৈ যাওঁতে আথে-বেথে মোক চাহ-জলপান যাঁচিছিল। সঁচাকৈ কি যে মধুৰ স্মৃতি, আজিও মোৰ মানস পটত সজীৱ হৈ আছে।

সত্ৰীয়া সংস্কৃতিৰ মাজত থাকিও তেখেত সকলোৰে আদৰৰ। এগৰাকী

সফল মাতৃ শ্ৰীযুতা ইন্দুবালা গোস্বামী। দেখি ভাল লাগে, ভাবি ভাল লাগে যে তেখেতৰ পুত্ৰসকল বৰ্তমান বিভিন্ন ব্যৱসায় বাণিজ্যত প্ৰতিষ্ঠিত। ইন্দ্ৰ বল্লভ গোস্বামীয়ে বাগিচা পৰিচালনা কৰে। দ্বিতীয়া পুত্ৰ অপূৰ্ব বল্লভ গোস্বামী বিশিষ্ট সাংবাদিক। তেখেতৰ তৃতীয় পুত্ৰ অৰূপ  বল্লভ গোস্বামী এজন প্ৰকৃতিপ্ৰেমী আৰু চতুৰ্থজন অমিতাভ বল্লভ গোস্বামী নামবৰ ট্ৰেভেলচৰ যোগেদি ৰাইজৰ সেৱা আগবঢ়াই আহিছে। তেওঁলোক সকলোৰে প্ৰতি মোৰ মৰম আৰু আশীৰ্বাদ আছে।

বৰ্তমান গোলাঘাট জিলা লেখিকা পৰিষদে শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ জীৱনশৈলীৰ ওপৰত এখনি অভিনন্দনমূলক গ্ৰন্থ প্ৰকাশৰ কাম হাতত লোৱাৰ কথা জানিব পাৰি নথৈ আনন্দিত হৈছোঁ।

শেষত তেখেতৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।



( শাহু যোগদা দেৱী, জা অমিপ্ৰভা আৰু ইন্দুবালা )

# আইৰ সমান হ'ব কোন

—প্ৰদীপ গোস্বামী
সম্পাদক, গোলাঘাট জিলা সত্ৰ মহাসভা,
গোলাঘাট



কাৰ্বি-আংলং জিলাৰ শিলনিজান অঞ্চলৰ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীৰ সহধৰ্মিনী ইন্দুবালা গোস্বামী যথাৰ্থতে এগৰাকী বিদুষী মহিলা। কিয়নো আনুষ্ঠানিকভাৱে শিক্ষাগত অৰ্হতা বা ডিগ্ৰীধাৰী নহ'লেও আধ্যাত্মিক জ্ঞান আৰু সামাজিক চিন্তা-চৰ্চাৰ যি কৰ্ম তাৰ প্ৰতিফলিত বিদুষী মহিলা হিচাবে আখ্যা পাব লগা। তেখেতৰ ঘৰখনৰ সকলো সদস্যৰ লগত মোৰ সম্পৰ্ক অতি মধুৰ। তেখেতৰ চাৰিজন পুত্ৰ ক্ৰমে — ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু মৰমটি (অমিতাভ)। কেউজনৰ লগত সম্পৰ্ক অতি ঘৰুৱা। তেখেতৰ স্বামীৰ জীৱিত কালত শিলনিজানৰ ঘৰলৈ কেইবাবাৰো গৈছোঁ। বিশেষকৈ দ্বিতীয় পুত্ৰ অপূৰ্বৰ লগত মোৰ ভাতৃ প্ৰয়াত ঘনশ্যাম গোস্বামী সহপাঠি আছিল। সেই সুবাদতে ঘৰখনৰ

লগত সম্পৰ্ক নিচেই ওচৰত। অপূৰ্বৰ মাকক মইও মা বুলিয়েই সম্বোধন কৰোঁ। যি এবাৰ তেখেতৰ সন্নিধ্য পাইছোঁ বা তেখেতৰ লগত বাৰ্তালাপ কৰিছোঁ কেতিয়াও নাপাহৰো। তেখেতৰ কেউজন পুত্ৰও অতি অমায়িক। বিশেষকৈ গোলাঘাটত থাকি অপূৰ্ব আৰু অৰূপে বহু সামাজিক অনুষ্ঠানৰ লগত জড়িত হৈ বৰঙণি আগবঢ়াইছে। কেউজন পুত্ৰ সুশিক্ষিত ব্যৱসায়ী হিচাপে সু-প্ৰতিষ্ঠিত হোৱাৰ লগতে বহু পৰিয়ালৰ সংস্থাপন দিব পৰাতো বৰ্তমান সময়ত অতি উল্লেখযোগ্য দিশ।

গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত স্বামীৰ নামত তোৰণ আৰু শহুৰেকৰ নামত গোলাঘাট ষ্টেচন ৰোডত থকা পূজা ঘৰৰ এখনি তোৰণ নিৰ্মাণ কৰি ইন্দুবালা গোস্বামীয়ে বদান্যতাৰ পৰিচয় দিছে। তেখেতৰ স্বামীৰ মৃত্যুৰ পিছতো অতি নিষ্ঠা সহকাৰে পৰিয়ালৰ সমস্ত দায়িত্ব গ্ৰহণ কৰি কেইজন পুত্ৰক সু শিক্ষিত কৰি সঁচা অৰ্থত মানুহ হিচাপে গঢ়ি তোলাতো তেখেতৰ উল্লেখযোগ্য বৰঙণি।

শিক্ষাগত অৰ্হতা বেচি নাথাকিলেও নৈতিক ভাৱে অতি সৰল মহিলা হিচাবে নিজক প্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছে। ভাৰতবৰ্ষৰ মূল তীৰ্থস্থানসমূহ ভ্ৰমণ কৰি তেখেতে বহু অভিজ্ঞতা অৰ্জন কৰিছে আৰু সন্তান সকলকো ধৰ্মৰ প্ৰতি মনোনিবেশ কৰিবলৈ প্ৰেৰণা যোগাই আহিছে।

এষাৰ কথা আছে ‘আইৰ সমান হ’ব কোন নৈৰ সমান ব’ব কোন’ সেই কথা সাৰোগত কৰি তেখেতৰ পুত্ৰ সকলে মাতৃ জীৱিত কালত এখনি অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱাতো সঁচাকৈ প্ৰশংসনীয় কাৰ্য হৈছে। এইক্ষেত্ৰত তেখেতৰ কেউজন পুত্ৰক আমাৰ শুভাশীস জনাইছোঁ। পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ মাতৃ গংগাৰ আশিসেৰে তেওঁলোক ধন্য হওঁক।

ভগৱানে মাক সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কৰক।

# স্মৃতিৰ জলঙাইদি শ্ৰদ্ধেয়া ইন্দুবালা গোস্বামীৰ সান্নিধ্যৰ অভিমুখে

—অনিমা নেওগ, শিক্ষাবিদ
দিহিঙীয়া গাঁও, কাৰ্বি-আংলং

কিমান দিন হ'ল সঠিক মনত নাই। মনত নাই মানে কোনো যোগসূত্ৰই নাই, সেই যোগসূত্ৰৰ আঁতডাল কেতিয়াবাই হেৰাই গৈছে। অৰ্থাৎ মই যিটো বিষয়ে ক'ব বিচাৰিছো সেইয়া হৈছে এগৰাকী মাতৃৰ বিষয়ে ক'বলগা কথা। যি গৰাকীৰ বিষয়ে লিখিবলৈ লৈছোঁ সেইগৰাকীৰ সৈতে বৰ্তমান মোৰ সম্পৰ্ক একেবাৰে শূণ্য বুলি ক'লেও বঢ়াই কোৱা নহ'ব। হয়তো তেখেতক মনত নপৰে যদিও অতীত হৈ যোৱা সময়ৰ ৰেখাডাল টানি আনি তেখেতক মনত পেলাবলৈ চেষ্টা চলাইছোঁ। তেখেত হৈছে শিলনিজান অঞ্চলৰ শ্ৰীশ্ৰীদিছিৰীগএগুঁ সত্ৰৰ শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰী প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীৰ সহধৰ্মিনী মোৰ মাতৃস্বৰূপা শ্ৰদ্ধেয়া ইন্দুবালা গোস্বামী।

সেইয়া আছিল আজিৰ পৰা প্ৰায় চল্লিছ বছৰমানৰ আগৰ ১৯৬৯-৭০ চন মানৰ কথা। মোৰ শৈশৱ কালতে তেখেতক লগ পাইছিলোঁ। যোগসূত্ৰৰ মাধ্যম আছিল তেখেতৰ জ্যেষ্ঠা কন্যা অনিমা গোস্বামী। স্কুলীয়া দিনত (ষষ্ঠ শ্ৰেণীত) তেওঁৰ লগত মোৰ বন্ধুত্ব গঢ়ি উঠিছিল। কেৱল বিদ্যালয়ৰ চাৰিবেৰৰ মাজতে আমাৰ বন্ধুত্ব সীমাৰদ্ধ নাথাকি সেই বেৰা ভাঙি মই অনিমা গোস্বামীৰ ঘৰ পাইছিলোঁগৈ। তেতিয়াই অনিমাৰ মাতৃ হিচাপে শ্ৰদ্ধেয় ইন্দুবালা গোস্বামীৰ লগত প্ৰথম চিনাকি। যদিওবা আমি একেটা অঞ্চলৰে বাসিন্দা আছিলোঁ, মই সৰু হৈ থকা বাবেই হয়তো আগতে সেই পৰিয়ালটোৰ লগত মোৰ কোনো পৰিচয় নাছিল। সেয়াই আছিল আৰম্ভণি। ইয়াৰ পাছত সেই ঘৰখনলৈ বহুবাৰ গৈছিলোঁ। স্কুলৰ পৰা নহয়। ঘৰৰ পৰা অতিথি হৈ ফুৰিবলৈ। চাহ-জলপান খাই প্ৰত্যেকবাৰেই ঘূৰি আহিছিলোঁ কথাখিনি একোবাৰেই সহজ-সৰল কাৰণ মোৰ সহপাঠী অনিমা গোস্বামীয়ে চাহ জলপানেৰে আপ্যায়িত কৰা নাছিল। আপ্যায়িত

কৰিছিল তেওঁৰ মাতৃ শ্ৰদ্ধেয় ইন্দুবালা গোস্বামীয়ে। এগৰাকী মাতৃয়ে মাতৃসুলভ মৰমেৰে মাত্ৰ বাৰ বছৰমান বয়সতে তেখেতে হৃদয়ৰ মৰমেৰে উজাৰি নিজৰ বৰ কন্যাৰ বান্ধৱী হিচাবে মৰম কৰিছিল। এগৰাকী মমতাময়ী উদাৰ মাতৃ নহ'লে মোক সেই শৈশৱকালতে নিশ্চয় আতিথ্য নিদিলেহেঁতেন আৰু মইও মৰমবিহীন সেই ঘৰখনলৈ দ্বিতীয়বাৰ হয়তো কেতিয়াও যোৱাৰ হেঁপাহ নকৰিলোহেঁতেন।

এইটো কথা ঠিক যে তেখেত আছিল স্বল্পভাষী আৰু গহীন। অৱশ্যে মই সৰু আছিলোঁ বাবেই হয়তো মোৰ লগত পাতিব লগা বিশেষ কথা নাছিল। তেখেতক মোৰ দৃষ্টিৰে সেয়েহে গম্ভীৰ আৰু পৰিপাটি দেখিছিলোঁ। প্ৰত্যেকটো কামতে তেখেতৰ নৈপুণ্যতা ফুটি উঠিছিল। নিজৰ ল'ৰাছোৱালীক কোনো কাৰণতেই অনাহকত বাধা দিয়া নাছিল। নহ'লেনো সেই গোস্বামী পৰিয়ালৰ বোৱাৰী হৈ আমাৰ দৰে ফুলকুমলীয়া (মোৰ লগত আৰু দুজনীমান ছোৱালীও গৈছিল। যাৰ নাম মই ইয়াত উল্লেখ কৰাৰ পৰা বিৰত আছোঁ) ছোৱালীক কেতিয়াও উচ্চ স্থান নিদিলেহেঁতেন। ইয়াতকৈ বৰ বেচি মোৰ কোনো কথাই মনত নপৰে।



কিয়নো ১৯৭০ চনত মই সপ্তম মানলৈ উত্তীৰ্ণ হ'লো। সেই সময়ত ইয়াত কোনো উচ্চ মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠা হোৱাই নাছিল। সপ্তম শ্ৰেণীটো তেতিয়া উচ্চ মাধ্যমিক বিদ্যালয়ৰ অন্তৰ্গত আছিল। সেইবছৰতে তেখেতৰ স্বামী প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীয়ে আৰু কেইগৰাকীমান অগ্ৰণী ব্যক্তিক লগত লৈ বৰপথাৰ হাইস্কুল নামেৰে এখন বিদ্যালয় প্ৰতিষ্ঠা কৰে। মোক সেই বিদ্যালয়ত নাম ভৰ্তি কৰিবলৈ বাৰে বাৰে তেখেত আমাৰ ঘৰলৈ আহিছিল। কিন্তু মই অলপ সৰু হৈ থকাৰ বাবে মোৰ প্ৰয়াত বৰদেউতাই তাত নামভৰ্তি কৰিবলৈ অসুবিধা হ'ব বুলি অনুভৱ কৰিলে। তাৰ পিছত মই সৰুপথাৰলৈ আহি তাতে শিক্ষা গ্ৰহণ কৰিলোঁ। মই মোৰ পথেৰে যাত্ৰা কৰিলোঁ গতিকে তেখেতৰ বিষয়ে অধিক জনাৰ পৰা বঞ্চিত হ'লো। কিন্তু সেই দুটা বৰ্ষত তেখেতক মই আপোন ভাৱে পাইছিলোঁ। অহং ভাৱ নথকা সেই গৰাকী মাতৃলৈ আজি মোৰ শ্ৰদ্ধা ও নমস্কাৰ জনালোঁ। তেখেতৰ বিষয়ে লিখিবলৈ পাই বহু কথাই মনত পৰিছে। ভৱিষ্যতলৈও তেখেতক সদায় মনত ৰাখিম। ইয়াতকৈ তেখেতৰ বিষয়ে একো ব্যাখ্যা নকৰো। কিন্তু এই কথা স্পষ্টকৈ ক'ব পাৰো স্বামীৰ অবৰ্তমানত নিজৰ দুগৰাকী কন্যা (এগৰাকীৰ ইতিমধ্যে মৃত্যু হৈছে) আৰু চাৰিজনকৈ পুত্ৰ সন্তানক মানুহ হিচাবে গঢ়ি তোলাত তেখেতৰ পাৰদৰ্শিতা অসীম। কাৰণ শিলনিজানৰ দৰে কাৰ্বি-আংলং জিলাৰ এখন পিচপৰা য'ত কোনো সা-সুবিধাই নাই, শিক্ষাৰ পোহৰ নাই, যাতায়ত নাই , নাই কোনো উন্নত যোগাযোগ তেনে এখন ঠাইত ইমান কেইটা ল'ৰা-ছোৱালীক শিক্ষিত কৰি মানুহ হিচাবে গঢ় দিয়াতো তেখেতৰ কৃতিত্ব। অধিক কি লিখিম। তেখেতলৈ আজি মোৰ বৰকৈ মনত পৰিছে। পুৰণি দিনৰ স্মৃতিবোৰ চকুৰ আগত ভাঁহি উঠিছে। সেই স্মৃতিবোৰ সুঁৱৰি তেখেতৰ সু-স্বাস্থ্য কামনা কৰিলোঁ। তেখেত কুশলে থাকক। তেখেত দীৰ্ঘায়ু হওঁক, সমাজৰ অনুকৰণীয় হৈ ৰওঁক।

# কৰ্মপ্ৰাণা ইন্দু বৰমা

—ড° পূৰ্ণিমা দুৱৰা শইকীয়া
সহযোগী অধ্যাপিকা, আইন বিভাগ
হিমালয়ান বিশ্ববিদ্যালয়, ইটানগৰ (অৰুণাচল প্ৰদেশ)

শ্ৰীযুক্তা ইন্দুবালা গোস্বামী এক অনুকৰণীয় ব্যক্তিত্বলাংকাৰেৰে বিভূষিতা এগৰাকী মাতৃ। ১৯৯৩ চনত আমাৰ বিয়াৰ ঠিক কিছুদিনৰ পিছতেই মোৰ স্বামী শ্ৰীযুত কাৰ্তিক শইকীয়াই তেখেতৰ সহপাঠী, বন্ধু শ্ৰীযুত ইন্দ্ৰ বল্লভ গোস্বামী আৰু শ্ৰীযুত অপূৰ্ব বল্লভ গোস্বামীৰ শোভনেশ্বৰী চাহ বাগিচাস্থিত ঘৰলৈ বুলি ফুৰাবলৈ লৈ যায় আৰু সেই সূত্ৰেই তেওঁলোকৰ মাতৃ সৰলমনা, মৰমিয়াল কৰ্মপ্ৰাণা শ্ৰীযুক্তা ইন্দুবালা গোস্বামীক প্ৰথমবাৰৰ বাবে লগ পোৱাৰ সৌভাগ্য হৈছিল। প্ৰথম চিনাকিতেই তেখেতক মোৰ আপোন আপোন ভাৱ এটা হৈছিল আৰু স্বতঃস্ফূৰ্তভাৱেই মোৰ মুখৰ পৰা 'বৰমা' সম্বোধনটি ওলাই আহিছিল। সেইদিন ধৰি আজিও মই তেখেতক 'ইন্দু বৰমা' বুলিয়েই মাতি আহিছোঁ। প্ৰথমদিনা লগ পাওঁতেই বৰমাই দিয়া তত্বগধুৰ উপদেশমূলক আশিসবাণী এতিয়াও মোৰ মনত পৰে।

১৯৩৩ চনত জন্মগ্ৰহণ কৰা ইন্দু বৰমা জন্ম সূত্ৰে এক আঢ্যৱন্ত পৰিয়ালৰ জীয়ৰী কামপুৰৰ সম্ভ্ৰান্ত মৌজাদাৰ, অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ কন্যা। পিতৃ গৃহতেই সদাচাৰ তথা উপযুক্ত নৈতিক শিক্ষাৰে পৰিপূৰ্ণা ইন্দু বৰমা ১৯৫৩ চনত বিবাহসূত্ৰে শিলনিজানৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীদেৱৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীদেৱৰ সহধৰ্মিণী হোৱাৰ লগতে পৰিয়ালৰ বৰবোৱাৰীৰ গুৰু দায়িত্বও বহন কৰিবলগীয়া হয়। তীক্ষ্ণ বুদ্ধিসম্পন্না, গুণৱতী, ভক্তিমতী ইন্দু বৰমাই পিতৃ পৰিয়াল আৰু স্বামী পৰিয়াল উভয়ৰে মান-মৰ্যদা অটুট ৰখাত সদা সচেতন।

এফালেদি এখন আঢ্যৱন্ত পৰিয়ালৰ জীয়ৰী, আনফালেদি এগৰাকী সত্ৰাধিকাৰ তথা এখন চাহ বাগিচাৰ স্বত্বাধিকাৰৰ বৰপুত্ৰৰ সহধৰ্মিনী, পৰিয়ালৰ বৰবোৱাৰী, ছয়টিকৈ সন্তানৰ মাতৃ। সততেই তেখেতৰ দায়িত্ব আছিল সীমাহীন। কিন্তু সকলোখিনি কৰ্তব্য সুচাৰুৰূপে পালন কৰি সমস্ত দায়িত্ব বহন কৰিও বৰমা যেন কেতিয়াও ক্লান্ত হৈ পৰা নাই। মনত অদম্য উৎসাহ। ধৈৰ্য আৰু সাহসেই তেখেতৰ প্ৰধান সম্বল। ১৯৮২ চনতেই পিতৃহাৰা হোৱা কেউটি সন্তানৰে লালন-পালন, শিক্ষা-দীক্ষাৰ দায়িত্বও অকলেই বহন কৰিবলগীয়া ইন্দু বৰমা প্ৰকৃতপক্ষেই এগৰাকী সফল মাতৃ। এই সফলতাৰ আঁৰত আছে তেখেতৰ দৃঢ় মনোবল, অপৰিসীম ধৈৰ্য, প্ৰবল আত্মবিশ্বাস, ঐকান্তিক প্ৰচেষ্টা, শিক্ষা-দীক্ষাৰ প্ৰতি থকা আগ্ৰহ, অদম্য সাহস আৰু অক্লান্ত পৰিশ্ৰম। তাৰোপৰি বৰমাৰ ঈশ্বৰ পৰায়ণতাও মন কৰিবলগীয়া। বাগিচাস্থিত ঘৰৰ লগতে থকা সত্ৰখনি বৰমাই সুচাৰুৰূপে পৰিচালনা কৰি আহিছে। ধৰ্মীয় ৰীতি-নীতি, উৎসৱ পাৰ্ৱন সকলোখিনি সুন্দৰকৈ পালন কৰি ভৱিষ্যত প্ৰজন্মৰ পথ-প্ৰদৰ্শক হিচাবে সমাজৰ বাবে যথাসাধ্য কৰি যোৱাতো বৰমাই কেতিয়াও কৃপণালি কৰা নাই। তেখেতৰ স্বামীৰ স্মৃতিত নিৰ্মাণ কৰা গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ তোৰণ, তেখেতৰ শহুৰৰ স্মৃতিত নিৰ্মাণ কৰা গোলাঘাট ষ্টেচন ৰোডৰ পূজামণ্ডপৰ তোৰণ ইত্যাদিয়ে তেখেতৰ বদান্যতাৰ পৰিচয় দিয়ে। সামাজিক ভাৱে অগ্ৰণী ইন্দু বৰমা সকলোৰে প্ৰিয়-পাত্ৰী। সমাজৰ বিয়া বাৰু, উৎসৱ পাৰ্বন, অনুষ্ঠান-প্ৰতিষ্ঠান সকলোতে আগভাগ লৈ যথাসাধ্য সহযোগিতা আগবঢ়ায়। সাধাৰণভাৱে থাকি ভালপোৱা অসাধাৰণ ব্যক্তিত্বসম্পন্ন তথা উচ্চ মনোভাৱাপন্ন ইন্দু বৰমাৰ সু-স্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰি পৰম পিতা পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

# মৰমৰ ইন্দু নবৌ— এক বিশাল হৃদয়ৰ প্ৰতীক

—দুলাল চন্দ্ৰ শৰ্মা
শিলনিজান

'নবৌ'— নবৌ বুলি কোৱাৰ লগে লগে আমি মাত্ৰ শোভনেশ্বৰী চাহ বাগিচাৰ সেই 'ইন্দু' নবৌকে চিনি পাইছিলোঁ। সঠিকভাৱে ক'ব নোৱাৰিলেও মোৰ বয়স যেতিয়া ৯-১০ বছৰ আছিল তেতিয়াৰ পৰাই নবৌক লগ পাইছিলোঁ। তেখেতৰ গাম্ভীৰ্যপূৰ্ণ সুন্দৰ চেহেৰা, মৰমিয়াল ব্যৱহাৰ আৰু উদগণি মূলক দিহা পৰামৰ্শই আমাক আকৃষ্ট কৰি তুলিছিল।

মোৰ দেউতা শোভনেশ্বৰী চাহ বাগিচাৰ কৰ্মচাৰী আছিল যদিও মোৰ মাৰ লগত নবৌৰ সম্বন্ধ নিজৰ বাইভনীৰ, জা-জোৱালীৰ দৰে আছিল। বিহু, পূজা আদিত চিৰা, পিঠা খুন্দা, বেমাৰ আজাৰ হ'লে দিহা পৰামৰ্শ বিচৰা, সুখ-দুখৰ কথা মুকলিকৈ পতা, আমাৰ এতিয়াও মনত পৰে। মোৰ পিতৃ, মাতৃ বিয়োগৰ পাছত নবৌৱে বহুত দুখ প্ৰকাশ কৰিছিল আৰু আমাকো তেখেতৰ সহায়, সহানুভূতি, মৰম চেনেহৰ দ্বাৰা আমাৰ জীৱন, কৰ্মক্ষেত্ৰত আগবাঢ়ি যোৱাত অৱদান যোগাইছিল।

মই মোৰ কৰ্মসূত্ৰে যদিও বাহিৰত আছিলোঁ ঘৰলৈ আহিলে এবাৰ নবৌক দেখা নকৰালৈকে যোৱা নাছিলোঁ। কেইদিনমানৰ আগতে নবৌৰ স্বাস্থ্য ভাল নহয় বুলি শুনি মোৰ পত্নীসহ গৈ নবৌৰ লগত কিছু সময় কটাই মোৰ মনটো এনে লাগিল যেন নবৌৰ মুখৰ মৰমসনা মিঠা হাঁহিটো, গঠন মূলক উপদেশ আৰু সকলোলৈকে থকা সৎ ভাব একেই আছে।

শেষত নবৌৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি আমাৰ প্ৰতি থকা মৰম চেনেহ আৰু আশিস যাতে সদায় থাকে তাকে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

# অভিনন্দন অভিনন্দন অভিনন্দন
# হে' পূজনীয়া মাতৃ

—বিকাশ শৰ্মা, সাংবাদিক
গোলাঘাট



জীৱনৰ বাটত খোজ কাঢ়োতে বহু মানুহ লগ পাইছোঁ। বহুতৰ লগত কথা পাতিছো, কাম কৰিছোঁ। বহুত আহিল বহুত গ'ল, কিছুমানক একেবাৰে পাহৰিলো, কিছুমানক অলপ অলপ মনত ৰাখিছোঁ। কিন্তু যিসকল লোকক মোৰ হৃদয়ৰ মাজত এতিয়াও শ্ৰদ্ধা সহকাৰে আঁকি ৰাখিছো তাৰে এগৰাকী হ'ল শ্ৰীযুতা ইন্দুবালা গোস্বামী। শ্ৰীযুতা গোস্বামী মোৰ সতীৰ্থ বন্ধু অপূৰ্ব বল্লভ গোস্বামী আৰু অৰূপ বল্লভ গোস্বামীৰ মাতৃ আৰু সেই সূত্ৰেই তেখেতৰ লগত মোৰ পৰিচয় ঘটিছিল। সাংবাদিক হিচাবে যেতিয়া গাঁৱৰ পৰা আহি মই গোলাঘাট

চহৰত থিতাপি ললোহি তেতিয়াৰ পৰাই শ্ৰীযুতা গোস্বামীৰ লগত মোৰ ঘনিষ্ঠতা বৃদ্ধি পাইছিল। মাতৃ স্বৰূপা এই বিদূষী মহিলা গৰাকীৰ ব্যক্তিত্বই মোক মোহিত কৰিছিল। মাজে মাজে তেওঁলোকৰ শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচাত থকা ঘৰখনলৈও যাওঁতে তেখেতৰ পৰা মাতৃ সুলভ যি আপ্যায়ন লাভ কৰিছিলোঁ সেইবোৰ মনত পৰিলে এতিয়া মনটো ভাল লাগি যায়। ১৯৩৩ চনত কামপুৰৰ মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীৰ ঔৰষত আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ গৰ্ভত জন্ম গ্ৰহণ কৰা ইন্দুবালা গোস্বামীয়ে এতিয়াও সুস্থ শৰীৰেৰে জীৱনৰ বাট বুলি আছে। এগৰাকী কৰুণাময়ী মাতৃ আৰু এগৰাকী আদৰ্শ নাৰীৰূপে সমাজৰ ঘাইখুটা হৈ তেওঁ সমাজখনত এতিয়াও জিলিকি আছে। এইয়া আমাৰ সমাজ জীৱনৰ বাবে আনন্দৰ কথা। ১৯৮২ চনত স্বামীক হেৰুৱাৰ পাচৰে পৰা তেখেতে ধৈৰ্য নেহেৰুৱাই যি সাহসী পদক্ষেপেৰে নিজৰ পৰিয়ালটোক আগবঢ়াই নিলে সেয়া সকলোৰে বাবে আদৰণীয় কথা। তেখেতে পুত্ৰ সকলক সাহস দিলে আৰু নিজে এজোপা বটবৃক্ষ হৈ সকলোকে ছাঁ দি থাকিল আৰু সেই ছাঁতেই সমাজত শক্তিশালী ৰূপত প্ৰতিষ্ঠিত হ'ল নামবৰ পৰিয়াল। আজিৰ এই শুভমুহূৰ্তত তেখেতক মই শ্ৰদ্ধা সহকাৰে সেৱা জনালোঁ। ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ সুস্থ মন আৰু শৰীৰেৰে তেখেত সমাজত জিলিকি থাকক— তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলোঁ। তুমি অনন্যা মাতৃ।

অভিনন্দন....... অভিনন্দন...... অভিনন্দন

হে' পূজনীয়া মাতৃ

# শ্ৰদ্ধাৰ মামীলৈ একলম

—অতুল চন্দ্ৰ গোস্বামী,
বিশিষ্ট খোল আৰু ঢোলবাদক
আঁহতগুৰি সত্ৰ, শিলনিজান, কাৰ্বি-আংলং

জীৱিত কালতে বিশেষ গুণযুক্ত কোনো ব্যক্তিৰ জীৱনৰ সম্পৰ্কে পুথি আকাৰে প্ৰকাশ পোৱাটো এটা অতি উত্তম কাৰ্য বুলি নিশ্চয়কৈ অনুভৱ কৰিব পাৰি। শ্ৰীশ্ৰীদিছিৰীগএঁাং সত্ৰৰ শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ সৌভাগ্যৰ বলত গোলাঘাট জিলা লেখিকা পৰিষদে তেখেতৰ জীৱন বৃতান্ত প্ৰকাশ কৰি উলিওৱাৰ পদক্ষেপ নিত্যান্তই আদৰ্শনীয়।

শ্ৰীশ্ৰীদিছিৰীগএঁাং সত্ৰ আৰু আঁহতগুৰি সত্ৰৰ দূৰত্ব নিচেই কম। ইয়াৰ উপৰি দুয়োখন সত্ৰৰ মাজত এক সুসম্পৰ্ক বৰ্তমানেও অব্যাহত আছে।

অভিনন্দন গ্ৰন্থৰ মূল ব্যক্তি শ্ৰীযুতা ইন্দুবালা গোস্বামী মোৰ মামী। এই অভাগীয়ে মামীৰ বিষয়ে লিখাৰ লোভ সামৰিব নোৱাৰিলোঁ।

আমি যেতিয়া সৰুতে বুজিব পৰা হৈছো তেতিয়াৰে পৰা তেখেতক সেই একে আদৰ্শতে দেখিছোঁ। তেখেতক দেখিলেই অন্তৰত নিজে নিজেই শ্ৰদ্ধা ভক্তি জাগি উঠে। যিহেতু তেখেত ধীৰ-স্থিৰ মৰমিয়াল আৰু বৰ সাদৰী মহিলা। সেইবাবেই সকলোৰে অন্তৰত তেখেতৰ প্ৰতি শ্ৰদ্ধা জাগৃত হৈছিল।

তেখেতৰ ঘৰলৈ অৰ্থাৎ মামীৰ ঘৰলৈ আমি যেতিয়াই যাওঁ তেখেতে আমাৰ পৰিয়ালৰ সকলো ব্যক্তিৰে খা-খবৰ লৈ আমাক অনুপ্ৰাণিত কৰে। আনকি চাহ খাবলৈ দি মামীয়ে আমাৰ সন্মুখত বহি চাহ খাবলৈ কৈ গঠনমূলক উপদেশ প্ৰদান কৰে। তেতিয়া মই মনতে ভাৱো ডাকৰ বচন এশাৰী 'ধনীৰ ঘৰত চাবলৈ যাবা, দুখীয়াৰ ঘৰত খাবলৈ যাবা'। আৰ্থিক ভাৱে সৱল আছিল যদিও তেখেতৰ ঘৰত সেই ডাকৰ বচনফাঁকিৰ সম্পূৰ্ণ বিপৰীত দিশহে ফুটি উঠিছিল।। তেখেতৰ দুই কন্যা ক্ৰমে অনিমা আৰু পূৰ্ণিমা আৰু তেখেতৰ চাৰিপুত্ৰ ক্ৰমে অমূল্য,

অপুতি, অৰূপ আৰু মৰমতি। তেওঁলোক মোৰ ভাতৃ যদিও বন্ধুসদৃশ আছিল। অৱশ্যে তেখেতৰ জ্যেষ্ঠ কন্যা অনিমা মোৰ স্কুলীয়া জীৱনৰ সহপাঠী আছিল।

মামী এগৰাকী সফল মহিলা আৰু মাতৃ হিচাবেও তেওঁ সফল। যিহেতুকে তেখেতে মামা চণ্ডিকা বল্লভ গোস্বামী স্বৰ্গগামী হোৱাৰ পাছতো তেওঁ দুই কন্যাক বিয়া দি চাৰি পুত্ৰকো পঢ়াই শুনাই এতিয়া প্ৰতিষ্ঠিত কৰি তুলিছিল। পুত্ৰসকল সদায় মাতৃৰ অনুগামী। তেওঁলোকে মাকৰ পৰামৰ্শ নোহোৱাকৈ একো কামতে আগ নাবাঢ়ে। সেইবাবে মাতৃ হিচাবেও তেওঁ সফল মাতৃ। তেখেতৰ বোৱাৰীসকলো সু-চৰিত্ৰাৱান, অমায়িক। মুঠৰ ওপৰত ক'বলৈ গ'লে পো-বোৱাৰী সমন্বিতে জী-নাতি, পো-নাতিসহ এটা পূৰ্ণাংগ পৰিয়ালৰ পূৰ্ণাঙ্গ মাতৃ আৰু পূৰ্ণাঙ্গ আইতা। মামী এতিয়া ৮৪ বছৰীয়া যদিও দেখাত তেনে নালাগে। মামা আৰু তেখেতৰ কনিষ্ঠ কন্যাৰ পৰলোক হওঁতেও তেখেতে হতাশ নহৈ ধৈৰ্য আৰু সাহসেৰে নিজৰ কৰ্মত আগুৱাই গৈছিল। ধৈৰ্য গুণটো তেওঁৰ স্বভালসুলভ বৈশিষ্ট্য।

মামীৰ ধৰ্ম আৰু ভগৱানৰ ওপৰতো অগাধ বিশ্বাস আছিল। তেখেতৰ নিজা নামঘৰত ৰাস উৎসৱ, ফাকুৱা উৎসৱ, পূজা সেৱা আনকি তেখেতৰ নিজা পৰিয়ালৰ উদ্যোগত স্থানীয় ৰাইজৰ দ্বাৰা তিনিখনকৈ ভাওনাও কৰাইছিল। অৱশ্যে তেওঁৰ চাৰি পুত্ৰইও তাত যথেষ্ট অৰিহণা যোগাইছিল।

তেখেতে শিলনিজানৰ ৰাইজৰ লগতো জড়িত হৈ আছে। শিলনিজানত ৰাজহুৱাভাৱে পতা ভাওনা-সবাহত পূজা সেৱা আদি অনুষ্ঠানতো অংশ লোৱা দেখা পাওঁ আৰু শিলনিজান সাৰ্বজনীন নামঘৰৰ বাবে বাৰ্ষিক ভাৱে পতা অনুষ্ঠানলৈও তেখেতে দান-বৰঙণি আগবঢ়াই আহিছে।

শেষত তেখেতলৈ শ্ৰদ্ধা জনাই ভগৱানৰ ওচৰত সু-স্বাস্থ্যৰ কামনা কৰি মোৰ চমু লিখনি সামৰিলোঁ। এইগৰাকী মহীয়সী মহিলা আমাৰ সমাজৰ এগৰাকী অনুকৰণীয় আৰু আদৰণীয় মহিলা হৈ ৰ'ব নতুন প্ৰজন্মৰ বাবে।

# মোৰ অনুভৱৰ কৰণিত ইন্দুবৰমা

—প্ৰাঞ্জল প্ৰতিম শৰ্মা তামুলী
সহকাৰী অভিযন্তা, জনস্বাস্থ্য কাৰিকৰী বিভাগ, গোলাঘাট

নাম আৰু ব্যক্তিত্বৰ এক অপূৰ্ব সাদৃশ্যৰে গঢ়া এক মহীয়সী নাৰী শ্ৰীযুতা ইন্দুবালা গোস্বামী। জোনৰ দৰে স্নিগ্ধ কোমল এক বিশাল হৃদয়ৰ ইন্দুবৰমা জীৱনৰ খণ্ডচিত্ৰ অংকনত মোৰ দৰে অপৈণত হাতৰ প্ৰচেষ্টা বহুতৰ বাবে হাস্যকৰ হ'লেও বৰমাৰ প্ৰতি মোৰ শ্ৰদ্ধা প্ৰকাশ কৰাৰ এই সুৱৰ্ণ সুযোগ কোনো পধ্যেই এৰি দিব নোৱাৰাৰ তাগিদাতেই মোৰ এই লেখনি।

'ন গৃহ গৃহমিত্যাৰ্হ গৃহিনী গৃহমুচ্যতে।....''

এগৰাকী নাৰীয়ে এখন ঘৰৰেই নহয় এখন সমাজৰো গুৰি ধৰে। বিগত প্ৰায় পঁচিশ বছৰৰ আত্মীয়তাৰে মই অতি কাষৰে পৰাই ইন্দুবৰমাক লগ পাইছিলো। সদায় এমোকোৰা হাঁহিৰে আদৰণি জনোৱা বৰমা আছিল অতি সহজ সৰল অথচ গাম্ভীৰ্যপূৰ্ণ ব্যক্তিত্বৰ নাৰী। পৰিয়ালৰ সমস্ত দায়িত্ব পৰিচালনা কৰাৰ উপৰিও সমাজৰ প্ৰতিও তেখেত আছিল সদা সচেতন। স্বামীৰ অকাল বিয়োগৰ পাচত সংসাৰ তথা ব্যৱসায় সমূহৰ দায়িত্ব মূৰ পাতি লোৱা বৰমা আছিল অত্যন্ত সাহসী আৰু প্ৰেৰণাময়ী। স্বামী আৰু সন্তানৰ বিয়োগত ইন্দুবৰমাৰ কৰ্মময় বিন্দুৰে গঠিত জীৱন সিন্দুক বাধা দিব পৰা নাই। জাতিভেদৰ আজিৰ সমাজৰ উচ্চস্তৰত থাকিও সমাজৰ অৱহেলিত, নিষ্পেষিতসকলক সন্মানজনক স্থান দিবলৈ অহোপুৰুষাৰ্থ কৰি অহা ব্যক্তিসকলক উৎসাহিত কৰিবৰ বাবে স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰাৰ কামৰ পদক্ষেপ তেখেতৰ বিশাল অন্তৰৰ দাপোণ স্বৰূপ।

মহাত্মা গান্ধীয়ে কৈছিল— 'এজন পুৰুষক শিক্ষিত কৰিলে এক ব্যক্তি শিক্ষিত হ'ব। কিন্তু এগৰাকী নাৰী শিক্ষিত হ'লে এখন ঘৰ, এখন সমাজ শিক্ষিত হ'ব। এইশাৰী কথা বৰমাৰ ক্ষেত্ৰত সম্পূৰ্ণ প্ৰযোজ্য হয়। ইন্দুবৰমাৰ পৰোপকাৰী

গুণৰ, আদৰ্শৰ পথত পথিক ৰূপে তেখেতৰ পুত্ৰ-বোৱাৰী সকলেও খোজ মেলিছে। মাতৃ হিচাপে সন্তানৰ প্ৰতিপালনৰ দায়িত্বত তেখেত কিমান সফল সেইয়া তাৰেই সুন্দৰ প্ৰতিফলন। ডাঙৰ দা (অমূল্যদা) সদা প্ৰফুল্লিত আন্তৰিকতাৰ ব্যৱহাৰ, অপুটিদাৰ প্ৰতিজনৰ সুখ-দুখৰ সমভাগী হোৱাৰ মানসিকতা, অৰূপৰ প্ৰকৃতি প্ৰেমৰ ক্ষেত্ৰত ধৈৰ্য সাহসৰ পৰিচয়, মৰমটিৰ শান্ত সমাহিত আচৰণ এই সকলোবোৰতেই বৰমাৰ চৰিত্ৰৰ প্ৰতিফলন দেখা যায়। জীৱনৰ প্ৰায় আদবয়সৰ সুপ্ৰতিষ্ঠিত সন্তানসকলে এতিয়াও প্ৰতিটো নতুন কাম আৰম্ভ কৰাৰ আগেয়ে তেখেতৰ পৰা অনুমতি লোৱাৰ পৰম্পৰাটো প্ৰতিগৰাকী মাতৃৰ বাবে অনুকৰণীয় আৰু আদৰণীয়। এনে এগৰাকী মহান নাৰী আজিৰ সমাজৰ বাবে অতি প্ৰয়োজনীয়। তেখেত সদায় পৰিয়াল তথা সমাজৰ ধৰণী হৈ থাকক। আকাশ চুব খোজা মানসিকতাৰ মানুহক মাটিৰ পৰশৰ উমেৰে জীপাল কৰি ৰখাৰ প্ৰচেষ্টাত তেখেত কাণ্ডাৰী হওঁক। গোলাঘাটৰ সমাজখনৰ দীৰ্ঘ দিনলৈ বটবৃক্ষৰ দৰে ছাঁ দিবলৈ আমি পৰমেশ্বৰৰ ওচৰত আপোনাৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিম সদায়েই, কাৰণ আপুনি সচাঁই অনন্যা।



# কৰ্মপ্ৰিয়া ইন্দুবালা গোস্বামীৰ ব্যক্তিত্বত এভুমুকি

—দীপমণি খাটনীয়াৰ, সাংবাদিক
গোলাঘাট



শ্ৰদ্ধেয়া শ্ৰীযুতা ইন্দুবালা গোস্বামীক প্ৰথম সাক্ষাততে মানুহ গৰাকীৰ বিষয়ে জানিবলৈ কৌতুহলী হৈ পৰিছিলো। আমাৰ জীউমণি (বিশ্বদ্বীপ নেওগ) দাৰ নলেগলে লগা বন্ধু অৰূপ দা আছিল মোৰ প্ৰথম পৰিয়ালটোৰ লগত যোগাযোগৰ সূত্ৰ। পিছলৈ অপুতি দাৰ জৰিয়তে পৰিয়ালটোৰ লগত অধিক সম্পৰ্ক গঢ় লৈ উঠিছিল। 'ৰাইল্ড ৰিডম' নামৰ অৰূপ দা হঁতৰ লগৰখিনিৰ সাংস্কৃতিক অনুষ্ঠানটোৱে এটা সময়ত অৰূপ দা হঁতৰ গোলাঘাটৰ চানমাৰীৰ ঘৰত সংগীতৰ চৰ্চা কৰিছিল। ময়ো কেতিয়াবা কেতিয়াবা তালৈ গৈছিলোঁ। তাতেই কোনোবা দিনাখন এখন জীপ গাড়ীৰ পৰা কিছু শুভ্ৰ চুলি আৰু চশমা পৰিহিতা এগৰাকী মহিলা গহীন গম্ভীৰ খোজেৰে ঘৰটোলৈ সোমাই আহিছিল। মহিলাগৰাকীক দেখাৰ লগে লগে তাত থকা সকলো মৌন হৈ মহিলাগৰাকীৰ

লগত বাৰ্তালাপত ব্যস্ত হৈ পৰিল। মহিলাগৰাকীয়েও মাতৃত্বৰ মমতাৰে পুত্ৰৰ লগৰখিনিৰ লগত কথা পাতিলে। মই মাথো মৌন হৈ মহিলাগৰাকীক পৰম আগ্ৰহেৰে বুজিবৰ চেষ্টা কৰিছিলো। কিছু সময় অতিবাহিত কৰাৰ পিছত ব্যস্ততাৰে তেখেত তাৰ পৰা গ'লগৈ। পিছত জানিব পাৰিছিলো যে মহিলাগৰাকী অৰূপ দা হঁতৰ মাক। শিলনিজানৰ চাহ বাগানত থাকে।

পিছলৈ মই সাংবাদিকতাৰ জৰিয়তে অপুতিদাৰ সংস্পৰ্শলৈ অহাত তেখেতসকলৰ চানমাৰীৰ ঘৰলৈ সঘন আহযাহ হৈছিল। সেইসময়তেই লগ পাইছিলো অপুতি দা হঁতৰ মাক শ্ৰীযুতা ইন্দুবালা গোস্বামীক। অল্পভাষী মহিলাগৰাকীৰ লগত কুশল বাৰ্তা কৰাৰ বাহিৰে বিশেষ কথা হোৱা নাছিল। তথাপিও সেই ভাব বিনিময়তেই তেখেতৰ ব্যক্তিত্বক মই উপলব্ধি কৰিব পাৰিছিলো। যেতিয়া অপুতি দাই তেওঁলোকৰ মোমায়েকৰ ঘৰখনলৈ মোক লৈ গৈছিল তেতিয়া বুজিছিলো যে এই মহিলাগৰাকীয়ে উপজিয়েই যি পৰিৱেশ পাইছিল সেই পৰিৱেশ বিয়া হৈ অহাৰ পিছত নিশ্চয় পোৱা নাছিল। সেইসময়ত সুদূৰ কামপুৰৰ মৌজাদাৰ আৰু অনাৰেৰী মেজিষ্ট্ৰেটৰ আলাসৰ লাডু সদৃশ ইন্দুবালা গোস্বামী বিয়া হৈ আহিছিল ঘন জংঘলেৰে পৰিবেষ্টিত শিলনিজানৰ দৰে এক পিছপৰা অঞ্চললৈ। কিন্তু তেওঁ শিলনিজানৰ পৰিৱেশলৈ বিয়া হৈ আহিয়েই যিদৰে আঁকোৱালি ধৰিলে তাক আজিও একেধৰণে ধৰি আছে। ই এক গোস্বামী ডাঙৰীয়ানীৰ ব্যতিক্ৰমী জীৱনশৈলী। ইচ্ছা কৰা হ'লে তেওঁ গোলাঘাট চহৰত থাকিয়েই সকলো কাম কৰিব পাৰিলেহেঁতেন। যিটো সচৰাচৰ দেখা পোৱা যায়। তেওঁ কিন্তু শিলনিজানৰ ঘৰখন, তাৰ প্ৰাকৃতিক পৰিৱেশ আৰু চাহ বাগিছাৰ লগতে সন্তান কেইগৰাকীকো উপযুক্ত ৰূপে গঢ় দিছিল। আজিৰ দিনটোত তেওঁৰ পৰিয়ালে যি স্মাৰক গ্ৰন্থ প্ৰকাশ কৰিছে সেই গ্ৰন্থই তেখেতৰ মনোবল বৃদ্ধি কৰিব। শেষত তেখেতৰ সু-স্বাস্থ্যৰ লগতে দীৰ্ঘায়ু কামনা কৰিলোঁ।

# ইন্দুবালা গোস্বামী— এক অনুকৰণীয় ব্যক্তিত্ব

—ধ্ৰুৱ কটকী
বিশিষ্ট সমাজকৰ্মী, গোলাঘাট




(শহুৰ তাৰিণী বল্লভ গোস্বামীৰ স্মৃতিত নিৰ্মাণ কৰা গোলাঘাট ষ্টেচন ৰোড পূজা মণ্ডপৰ তোৰণখনি)

মোৰ অতিকৈ শ্ৰদ্ধাৰ যাক মই 'বৰমা' বুলি সম্বোধন কৰোঁ সেই গৰাকী মহীয়সীৰ বিষয়ে লিখিবলৈ লৈ মই থমকি ৰৈছো— কাৰণ তেখেতৰ সকলোবোৰ গুণেই মোক মোহিত কৰে। নগাঁও জিলাৰ কামপুৰৰ মৌজাদাৰৰ ঘৰখন আমাৰ সৰুপেহীৰ ঘৰ। সেইখন ঘৰৰে জীয়ৰী আমাৰ শ্ৰদ্ধাৰ বৰমা ইন্দুবালা গোস্বামী।

কাৰ্বি-আংলং জিলাৰ লগতে গোলাঘাটত প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামী আৰু ইন্দুবালা গোস্বামীৰ পৰিয়ালবৰ্গ সুপ্ৰসিদ্ধ। এই পৰিয়ালৰ আটাইকেইজন ল'ৰা ক্ৰমে ইন্দ্ৰ বল্লভ, অপূৰ্ব বল্লভ, অৰূপ বল্লভ আৰু অমিতাভ বল্লভৰ নিজস্ব একোট পৰিচয় আছে। অমায়িক আৰু সুমিষ্ট ব্যৱহাৰৰ বাবে তেওঁলোক

আটাইকেইজন সকলোৰে আদৰৰ । এই পৰিয়ালটোৰ লগত মোৰ ঘনিষ্ঠ সম্পৰ্কৰ আৰু এটা মোহনীয় কাৰণ আছে। শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ সৰু পুত্ৰ অমিতাভৰ লগত মোৰ এক শিক্ষাগত সম্বন্ধ আছে। হাইস্কুল, কলেজীয়া জীৱনৰ লগতে প্ৰাইভেট টিউচনলৈকে মই অমিতাভৰ লগত বন্ধুত্বসুলভ মনোভাৱেৰে দিনবোৰ পাৰ কৰিছোঁ।

অপূৰ্ব বল্লভ গোস্বামীৰ ব্যৱসায়িক প্ৰতিষ্ঠান 'নামবৰ গেষ্ট হাউচ'ৰ লগতে বাসস্থানো আমাৰ ব্যৱসায়িক প্ৰতিষ্ঠানৰ ওচৰতে হোৱাত তেখেত আমাৰ প্ৰতিৱেশী হৈ পৰিছে। সামাজিক ভাৱেও তেখেত বেছ জনপ্ৰিয়। অৰূপ বল্লভ গোস্বামী আৰু অমিতাভে 'নামবৰ ট্ৰেভেলচ' প্ৰতিষ্ঠানৰ যোগেদি ৰাইজলৈ নিঃস্বাৰ্থ ভাৱে সেৱা আগবঢ়াই মানুহৰ হৃদয় জয় কৰিব পাৰিছে।

১৯০৩ চনত কুঁহিয়াৰ খেতিৰ পৰিৱৰ্তে শোভনেশ্বৰী চাহ বাগিচা নাম দি তাৰিণী বল্লভ গোস্বামীদেৱে প্ৰতিষ্ঠা কৰা এই বাগিচাখনি ৰবপুত্ৰ ইন্দ্ৰ বল্লভ গোস্বামীয়ে তদাৰক কৰি আছে।

এটা পৰিয়ালৰ সংস্কাৰ, ব্যৱহাৰ আদি সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰে সেই পৰিয়ালৰ লাইখুঁটা স্বৰূপে, ঘৰখনৰ পৰিচালিকা গৰাকীৰ ওপৰত। কথাতেই কয় মাতৃয়েই হৈছে সৰ্বশ্ৰেষ্ঠ শিক্ষয়িত্ৰী। শ্ৰীযুতা ইন্দুবালা গোস্বামীও এই সমগ্ৰ পৰিয়ালটোৰ এজোপা বটবৃক্ষ। এই বটবৃক্ষৰ ছাঁত সকলোকে আৱৰি ৰাখিবলৈ কৰা চেষ্টা অতি লক্ষণীয়। পৰিয়ালটিৰ অতি মূল্যৱান 'সম্পদ' হৈছে অমায়িকতা, নিষ্ঠা, সততাৰ লগতে সামাজিক দায়ৱদ্ধতা। এই সকলোবোৰ গুণৰ অধিকাৰী, পৰিয়ালটিৰ পৰিচালিকা ইন্দুবালা গোস্বামীৰ তত্বৱধানত ঘাত-প্ৰতিঘাত, সামাজিক প্ৰতিপত্তি ইত্যাদিবোৰ স্বভাৱসুলভ বৈশিষ্ট্যৰে জয় কৰিবলৈ সন্তানক উপযুক্ত শিক্ষা প্ৰদান কৰাৰ কৌশলী মনোভাৱ উঠি অহা প্ৰজন্মৰ বাবে এই পৰিয়াল এক প্ৰেৰণাৰ উৎস।

নগাঁও জিলাৰ কামপুৰৰ মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ ঔৰষত জন্ম হোৱা ইন্দুবালা গোস্বামীৰ অসাধাৰণ ব্যক্তিত্ব ফুটি উঠিছিল তেখেতৰ শৈশৱৰ শিক্ষা গ্ৰহণৰ দিনবোৰতে। মহিলা শিক্ষাৰ অনগ্ৰসৰতাৰ দিনতেই তেখেতে সুবিধাৰ সীমাৱদ্ধতাৰ

মাজতে প্ৰয়োজনীয় শিক্ষাখিনি গ্ৰহণ কৰিছিল।

ইয়াৰ পিছতেই তেখেতে শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ তাৰিণী বল্লভ গোস্বামীৰ বৰপুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহ পাশত আৱদ্ধ হয়। ইন্দুবালা গোস্বামী বৰমাৰ দুগৰাকী কন্যা অনিমা বাইদেউ আৰু পূৰ্ণিমা বাইদেউ। পূৰ্ণিমা বাইদেৱে ইতিমধ্যে ইহসংসাৰ পৰা বিদায় লৈছে।

বৰমাৰ সংসাৰ যাত্ৰা নিমজ গতিত গৈ থকাৰ মাজতে হঠাৎ সংসাৰখনৰ কাল ধুমুহাই সুখ-শান্তিবোৰ যেন আঁতৰাই পেলোৱাৰ দিহা কৰিলে। যাৰ ছত্ৰছায়াত বৰমাই সংসাৰৰ ধৰ্ম পালন কৰি আহিছিল, যাৰ অনুকৰণৰ দ্বাৰা পৰিপুষ্ট সংসাৰৰ কামনা কৰিছিল, সেইজন পথ প্ৰদৰ্শক বৰমাৰ স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ আকস্মিক মৃত্যুৱে সপোন বোৰ যেন ধূলিসাৎ কৰিবলৈ অকণো কুণ্ঠাবোধ নকৰিলে। কিন্তু বৰমাৰ অপাৰ ধৈৰ্য, সাহস আৰু সহ্যৰ সহায়ত নিয়াৰিকৈ আটাইৰে শিক্ষা-দীক্ষা, ব্যৱসায় বাণিজ্য, সমাজিক দায়ৱদ্ধতা, সন্তানৰ বিবাহকাৰ্য আদি সকলো কাম হেলাৰঙে কৰি যাবলৈ গোটোৱা মনোবল সঁচাকৈয়ে অনুকৰণীয়। স্বামীৰ অবৰ্তমানত এই সকলোবোৰ দায়িত্ব গ্ৰহণেৰে তেখেত মহীয়ান হৈ পৰিল। সকলোৰে শ্ৰদ্ধাৰ হৈ আজিও সমাজত এক সুকীয়া আসন গ্ৰহণ কৰিবলৈ সক্ষম হৈছে।

দানৰ দ্বাৰা পুণ্য অৰ্জন কৰিবলৈ সক্ষম হোৱা বৰমাই দিছিৰীগঞাঁৰ ডাকঘৰটি পুনৰ নিৰ্মাণ কৰালে। প্ৰয়াত স্বামীৰ নামত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখনি তোৰণ, শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ সোঁৱৰণত গোলাঘাট ষ্টেচন ৰোডৰ পূজা ঘৰৰ মূল তোৰণ খনি নিৰ্মাণ কৰাই সকলোৰে মনত সন্তুষ্টি প্ৰদান কৰে। এই সন্মানীয়া ইন্দুবালা গোস্বামীৰ তৎপৰতাতে ১৯০১ চনতে স্থাপন হোৱা 'ষ্টেচন ৰোড পূজা মণ্ডপৰ ভূমিখিনি পৰিয়ালৰ তৰফৰ পৰা দানস্বত্বে পোৱা বাবেই সৰ্বসন্মতিক্ৰমে ২০০০ বৰ্ষত এই মণ্ডপৰ শত বৰ্ষৰ অনুষ্ঠানত পূজা মণ্ডপৰ আগত ',সাৰ্বজনীন তাৰিণী বল্লভদেৱ গোস্বামী ষ্টেচন ৰোড পূজা মণ্ডপ' বুলি নামকৰণ কৰি ফলক এখন প্ৰস্তুত কৰে।

বৰমাৰ সামাজিক দায়িত্ববোধ থকাৰ বাবেই হয়তো সমাজৰ অৱহেলিত

আৰু নিষ্পেষিত সকলক সন্মান জনোৱাৰ উদ্দেশ্যে প্ৰয়োজনীতা উপলব্ধি কৰিব পাৰিছিল। মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা আৰু দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীদেৱক স্বামীৰ স্মৃতিত ‘চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা’ প্ৰদান কৰি মহানুভৱতাৰ পৰিচয় দিব পাৰিছে। গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ স্মৃতিত প্ৰকাশ হোৱা ‘স্মৃতিগ্ৰন্থ’ আৰু তেখেতৰ ননদ প্ৰয়াত ৰেৱা গোস্বামীৰ দ্বাৰা ৰচিত এখনি বিয়া নামৰ পুথিও প্ৰকাশ কৰি উলিয়াই। বৰমাৰ আজু শাহু শোভনেশ্বৰী দেৱী এগৰাকী শাস্ত্ৰজ্ঞ আৰু অতি ধৰ্মপৰায়ণা মহিলা আছিল। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা প্ৰকাশিত ‘লেখিকাৰ জীৱনী’ নামৰ গ্ৰন্থ খনিত ১৯৯৭ চনত ইন্দুবালা গোস্বামীয়ে শোভনেশ্বৰী দেৱীৰ ওপৰত এটি সুন্দৰ প্ৰৱন্ধ লিখি উলিয়াইছিল।

বৰমাৰ লগতে সুযোগ্য সন্তান সকলৰো ধৰ্মৰ দিশত অত্যাধিক ধাউতি থকাৰ বাবেই আটাইকেইটি সন্তানৰ লগতে ভাৰতবৰ্ষৰ তীৰ্থস্থানলৈ গৈ ভগৱানৰ আশিষ প্ৰাৰ্থনা কৰি সন্তুষ্টি লাভ কৰাৰ উপৰিও ধৰ্মীয় দৰ্শনৰ ওপৰত গভীৰ আস্থা বৃদ্ধিৰো সুবিধা কৰি লৈছিল।

বৰমাৰ বিষয়ে লিখিবলৈ ল’লে আৰু অনেক দিশ উন্মোচন হ’ব হয়তো। তথাপি ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছো যাতে বৰমাই দীৰ্ঘকালীন আয়ুসেৰে সুখে শান্তিৰে জীয়াই থাকি আমাক সকলোকে সন্তুষ্টি দিয়ক।

# প্ৰেৰণাৰ প্ৰতিভূ ইন্দুবালা গোস্বামী

—আনমনা গগৈ,
বিশিষ্ট লেখিকা, গোলাঘাট।

জীৱনৰ মহাকাব্যিক যাত্ৰাপথত নিজস্ব ছন্দেৰে জীৱনটোক গৰিমাময় কৰি তোলাৰ হেঁপাহ প্ৰত্যেকজন ব্যক্তিৰে থাকে। তেনে এক হাবিয়াসৰ বাবেই জীৱনটোক অৰ্থপূৰ্ণ কৰি গঢ়ি তুলিবলৈ সক্ষম হ'ল ইন্দুবালা গোস্বামীয়ে। ইয়াৰ মূলতে আছে তেখেতৰ সাহস, নিষ্ঠা আৰু দুৰন্ত মনোবল।

শৈশৱতে এইগৰাকী নাৰীৰ জীৱনটো আঁত ধৰি আগুৱাই নিলে তেখেতৰ পিতৃ মাতৃয়ে। যিসময়ত নাৰী শিক্ষাই প্ৰসাৰতা লাভ কৰা নাছিল সেইসময়তে কামপুৰৰ সম্ভ্ৰান্ত মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীয়ে কন্যা ইন্দুবালাক ঘৰতেই শিক্ষা গ্ৰহণৰ ব্যৱস্থা কৰি দিছিল। আখৰৰ গঢ় সুন্দৰ কৰিবলৈ ব্যৱহাৰ কৰা কলপাতৰ সেউজীয়া ৰঙটোৱে ক্ৰমশঃ আছন্ন কৰিলে তেওঁৰ হৃদয়খনকো।

সমাজ আৰু জীৱন অভিন্ন। ইন্দুবালা গোস্বামীৰ জীৱনো ইয়াৰ ব্যতিক্ৰম নহয়। সামাজিক নিয়মানুসৰি কম বয়সতে শিলনিজানৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ সৈতে বৈবাহিক সম্পৰ্ক স্থাপন কৰিছিল। জীৱন পৰিক্ৰমাই তেখেতক কোনো সময়তে বিচলিত কৰি তুলিব পৰা নাছিল। জীৱন বৰ্ণময়- এই কথাষাৰ ইন্দুবালা গোস্বামীয়ে হৃদয়ঙ্গম কৰি লৈছিল। তেওঁৰ সজ আচাৰ আচৰণে সকলোকে সহজতে আকৰ্ষণ কৰিছিল।

জীৱনৰ সংঘাতপূৰ্ণ পৰিস্থিতিৰ সতে মোকাবিলা কৰি জীৱনক আগুৱাই

নিয়াৰ দুৰ্বিনীত সাহস আৰু দৃঢ়তা আছে ইন্দুবালা গোস্বামীৰ। এটা দুৰ্ঘটনাত তেখেতৰ স্বামী মৃত্যু হৈছিল। সেই সময়খিনিত তেওঁ থমকি ৰোৱা নাছিল। স্বামীৰ ব্যৱসায় নিজে কান্ধ পাতি লৈ ধৈৰ্যচ্যুত নোহোৱাকৈ আগবঢ়াই লৈ গ'ল তেওঁ সন্তানসকলকো। তেওঁ সন্তানক মানৱীয় গুণেৰে হীৰকমণ্ডলত উজ্বল কৰিব পৰাটো সঁচাই আদৰ্শময়। এনে জীৱনসংগ্ৰামে তেওঁক লৈ গৈছিল জীৱনৰ গভীৰতালৈ আৰু তাৰ পৰাই তেওঁ লাভ কৰিছিল আত্মপ্ৰত্যয়।

ইন্দুবালা গোস্বামীৰ এটা নিজস্ব জীৱনবোধ আছে বাবেই সামাজিক ধাৰ্মিক আদি দিশৰ লগত নিজকে জড়িত কৰি আহিছে। সামাজিক চেতনাবোধে মোহাচ্ছন্ন কৰা এইগৰাকী নাৰীয়ে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ তোৰণ, গোলাঘাট ষ্টেচন ৰোডত শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত এখন পূজা মণ্ডপৰ তোৰণ নিৰ্মাণৰ দৰে কাম সম্পন্ন কৰিছে। ধৰ্মপৰায়ণা ইন্দুবালা গোস্বামীয়ে বিভিন্ন ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত হোৱাৰ উপৰিও গয়াঁ, বাৰাণসী, মথুৰা, আদি অনেক তীৰ্থক্ষেত্ৰ পৰিভ্ৰমণ কৰি বিচিত্ৰ অভিজ্ঞতাৰে ভৰাই তুলিছে মন আৰু হৃদয়।

সমাজৰ শোষিত বঞ্চিতজনৰ দুখ-যন্ত্ৰণা সংঘাত আৰু সংগ্ৰামৰ বাস্তৱ ছবিবোৰে তেওঁক মৰ্মাহত কৰি তোলে। সমাজৰ নিষ্পেষিতসকলক সন্মানজনক স্থান দিবৰ বাবেই স্বামীৰ নামত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰি আহিছে। তেখেতৰ এইয়া নিঃসন্দেহে মানৱতাবাদ।

তেওঁৰ স্বামীৰ স্মৃতিৰ বাবে 'স্মৃতিগ্ৰন্থ', ৰেৱা গোস্বামীৰ দ্বাৰা ৰচিত বিয়ানামৰ পুথি, তেখেতৰ আজু শাহু, বিশিষ্টা শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে সদৌ অসম লেখিকা পৰিষদৰ দ্বাৰা প্ৰকাশিত আৰু স্বৰ্ণ শইকীয়াৰ দ্বাৰা সম্পাদিত 'লেখিকা জীৱনী'ৰ গ্ৰন্থৰ তৃতীয় খণ্ডটিত তেখেতৰ লিখনি প্ৰকাশ পাইছিল।

এইগৰাকী প্ৰেৰণাদায়ী নাৰীৰ হৃদয় আৰু আত্মচেতনা মানুহৰ বাবে নিয়োজিত হওঁক আজীৱন— এইয়া আমাৰ ঐকান্তিক কামনা।



# মামীলৈ অভিনন্দন

—গীতা ৰাণী গোস্বামী
সহযোগী অধ্যাপিকা, মাজুলী মহাবিদ্যালয়
কমলাবাৰী

বিচিত্ৰ পৃথিৱীত সকলো মানুহ সমানে বিশিষ্ট হ'ব নোৱাৰে। তথাপিও প্ৰত্যেক মানুহৰ জীৱনৰ বিচিত্ৰতা আছে। জন্মৰ পৰা মৃত্যুলৈকে জীৱনৰ এই দীৰ্ঘ পৰিক্ৰমাত সকলো মানুহেই নানা ঘাত-প্ৰতিঘাত, সুখ-দুখ, উত্থান-পতন অতিক্ৰম কৰিব লগা হয়। এই সকলোবোৰ অতিক্ৰম কৰি সফলতাৰে গৃহস্থী জীৱন, সামাজিক জীৱন পালন কৰা মোৰ অতি শ্ৰদ্ধাৰ মামী ইন্দুবালা গোস্বামী নৱ-প্ৰজন্মৰ বাবে সঁচা অৰ্থত প্ৰেৰণাৰ উৎস।

১৯৩৩ চনত ইতিহাস প্ৰসিদ্ধ নগাঁও জিলাৰ কামপুৰৰ মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ নুমলীয়া কন্যা হিচাবে জন্ম লৈ মৰম আদৰত ডাঙৰ হোৱা মামীয়ে প্ৰাথমিক শিক্ষা কামপুৰতে সমাপ্ত কৰিছিল যদিও তেতিয়ালৈকে নাৰীৰ বাবে উচ্চ শিক্ষা গ্ৰহণৰ পথ মসৃণ নোহোৱাতো মামীয়ে ঘৰতে পৰৱৰ্তী শিক্ষা গ্ৰহণ কৰিব লগা হৈছিল। মাত্ৰ ১৯ বছৰ বয়সতে অৰ্থাৎ ১৯৫৩ চনতে শ্ৰীশ্ৰী দিছিৰীগঞা সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহপাশত আৱদ্ধ হয়। মামাৰ সান্নিধ্য বেছি দিনৰ বাবে নাপালেও মোৰ সদ্য প্ৰয়াত মাৰ মুখত একমাত্ৰ ককায়েকৰ সংগ্ৰামী জীৱনৰ বিষয়ে বহু কথা জানিব পাৰিছিলো। সৰুতেই মাক-দেউতাকৰ স্নেহৰ পৰা বঞ্চিত হোৱা মাক, মাক-দেউতাকৰ অভাৱ অনুভৱ কৰিবলৈ দিয়া নাছিল। মাৰ প্ৰতি মামাৰ দায়িত্ব, কৰ্তব্য আৰু মৰমৰ অভাৱ নাছিল।

সময় আৰু সুযোগ পালেই মাজুলীলৈ ঢপলিয়াই আহিছিল। আৰু মামী! প্ৰথম দৰ্শনতে যিকোনো মানুহক এটা মিঠা হাঁহিৰে মন মুহিব পৰা বিৰল ব্যক্তিত্বৰ অধিকাৰী মামী এগৰাকী সু-গৃহিণী আছিল। যাক বাদ দি শিলনিজানৰ ঘৰখনৰ অস্তিত্ব অনুভৱ কৰিব নোৱাৰি। ককা-আইতা বিহীন, মামা বিহীন সেই ঘৰখনলৈ দীঘলীয়া বন্ধ পালেই যাবলৈ ব্যাকুল হৈ থাকো কেৱল মামী আৰু মাহীৰ সঁচা মৰম আৰু আন্তৰিকতাৰ বাবেই।

যিকোনো পৰিস্থিতিতে খাপ-খাব পৰাকৈ মানসিক আৰু শাৰীৰিক শক্তিৰ অধিকাৰী আছিল মামী আৰু সেইবাবেই হয়তো যুগ্ম জীৱনৰ মাত্ৰ ২৯টা বছৰ অতিক্ৰম নৌহওঁতেই আকস্মিকভাৱে এক মটৰ দুৰ্ঘটনাত মামাক চিৰদিনলৈ হেৰুৱায়ো মামীয়ে দুই কন্যাক উপযুক্ত বয়সত বিয়া দি পিতৃ-মাতৃ দুয়োৰে কৰ্তব্য সম্পাদন কৰিছিল। মোৰ সৌভাগ্য নে দুৰ্ভাগ্য নাজানো, মামাৰ মৃত্যুৰ দিনা মই শিলনিজানৰ ঘৰত (মামীৰ ওচৰত) সেই শোকাকুল পৰিৱেশ প্ৰত্যক্ষ কৰিছিলো। মাৰ মৰমৰ দাদাটি (মায়ে মামাক দাদাটি বুলি মাতিছিল) নিৰ্জীৱ দেহা যেতিয়া গোলাঘাটৰ পৰা বাগানৰ ঘৰলৈ লৈ আহিছিল সেই মুহূৰ্তত মোৰ মা আৰু মামীলৈহে দুখ লাগিছিল। বাকী একো বুজি পোৱা নাছিলোঁ।

মাতৃ হিচাবে মামী সফল হৈছে। চাৰি পুত্ৰক সমানেই প্ৰতিষ্ঠিত কৰাৰ গুৰু দায়িত্ব পালন কৰি মামাৰ আধৰুৱা আশা অতি নিষ্ঠা আৰু সততাৰে পালন কৰিবলৈ যথাসাধ্য চেষ্টা কৰিছিল। সৰল জীৱন-যাপনেৰে জীৱনটো আগুৱাই নিয়া মামীয়ে কি কাম কৰা নাছিল? এগৰাকী ভাল ৰান্ধনীৰ উপৰিও নিজে কাপোৰ চিলোৱা ঊল গুঠা সকলো কাম কৰাৰ চখ আছিল। বছৰৰ পাচলি, বিভিন্ন ধৰণৰ ফলমূল, গৰুৰ গাখীৰ আৰু বাগানৰ ফুলনি বাগিচাখন মামীৰ পৰিচালনাত আছিল। মামীৰ হাতৰ খিচিৰি, ভিন্ন স্বাদৰ মিঠাই, আচাৰ, ঘৰত তৈয়াৰ কৰা ঘি, এবাৰ খালে সেই লোভ সততে পাহৰিব নোৱাৰি। আজি মামীৰ বিষয়ে একলম লিখিবলৈ লৈ বাৰে বাৰে বন্ধৰ দিনৰ ডেৰমাহ-দুমাহে বাগানৰ ঘৰত মামীৰ লগত কটোৱা সেই মধুৰ সময়বোৰৰ কথা ভাবি কিছু পৰিমাণে আৱেগিক হৈ পৰিছোঁ। তথাপিও কওঁ সেই দিনবোৰত মামীৰ সুখ-দুখৰ সমভাগী হৈছিলো। সেই দিনবোৰত চিঠিৰ আদান-প্ৰদান খুবেই আছিল আৰু মামাৰ ঘৰৰ বিশেষত্বটো আছিল এই যে ইংলেণ্ড কাৰ্ডত মা লৈ লিখা প্ৰতিখন চিঠিতে

আমালৈও সুকীয়া কৈ লিখিছিল আৰু সদায়েই সোঁৱৰাই দিছিল ভালকৈ পঢ়িবি।

পৃথিৱীৰ দৰে সহনশীলতা, শান্ত, সৌম্য, খোপাত ওৰণিখনৰে সৈতে পৰিপাটি সাজ-পোছাকেৰে মামী সদায়েই একেদৰে সুসজ্জিত হৈ থাকি ভাল পাইছিল।

'Thought is the seed of Action'— এই কথা যেন মামীৰ গাত প্ৰতিফলিত হৈছিল। তেওঁৰ চিন্তাই ভাল কৰ্মৰ বীজ ৰোপন কৰিছিল যাৰ স্পষ্ট প্ৰমাণ তেওঁৰ সামাজিক কাম-কাজসমূহে খতিয়ান দিয়ে। সামাজিক কামৰ অংশ হিচাপেই বৰপথাৰত দিছিৰীগএঞাঁ সত্ৰৰ নামত থকা ডাকঘৰটো পুনৰ নিৰ্মাণ কৰা, গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত মামাৰ স্মৃতিত এখন তোৰণ নিৰ্মাণ কৰা, গোলাঘাট ষ্টেচন ৰোডত ককা দেউতাৰ স্মৃতিত পূজা ঘৰৰ এখন তোৰণ নিৰ্মাণ কৰা ইত্যাদি কামবোৰ কৰিছিল।

বাস্তৱিকতে কৰ্মইহে মানুহৰ প্ৰকৃত পৰিচয় দাঙি ধৰে। সম্ভ্ৰান্ত ঘৰৰ জীয়ৰী আৰু বোৱাৰী হৈও বা হিন্দু ব্ৰাহ্মণ্য ঘৰৰ বৈধব্য জীৱন কটোৱা মামীৰ চৰিত্ৰৰ মহানুভৱতা প্ৰকাশ পাইছিল মামাৰ স্মৃতিত প্ৰৱৰ্তন কৰা 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদানত। সমাজৰ অৱহেলিত, নিষ্পেষিত সকলক এক সন্মানজনক স্থান দিবলৈ তেওঁলোকক উৎসাহিত কৰিবলৈ লোৱা এই প্ৰচেষ্টা নিঃসন্দেহে এক প্ৰশংসনীয় পদক্ষেপ। ধৰ্মপৰায়ণ মামীয়ে ভাৰতৰ বিভিন্ন স্থানত থকা প্ৰায়বোৰ তীৰ্থস্থান ভ্ৰমণ কৰি প্ৰচুৰ অভিজ্ঞতা অৰ্জন কৰিছে। নিজৰ বাসগৃহত থকা নামঘৰটো আটকধুনীয়াকৈ সজাই তোলাৰ লগতে প্ৰত্যেক পূৰ্ণিমা তিথিত সত্যনাৰায়ণ পূজা অনুষ্ঠিত কৰিছিল। মনৰ পবিত্ৰতাই জীৱন সুন্দৰ কৰে। তেখেতৰ কৰ্মৰাজিক স্মৰণ কৰা, তেখেতৰ আদৰ্শ উত্তৰ পুৰুষৰ বাবে প্ৰচাৰ কৰা আৰু তেখেতক সন্মান জনোৱাৰ লগতে নিজে নিজে প্ৰত্যক্ষ কৰি যাব পৰাকৈ জীৱন কালতে সুযোগ্য পুত্ৰৰ ইচ্ছাত এখন অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰিবলৈ লোৱাটো এক মহান কাম। মামীৰ বাবে জীৱনৰ এইয়াই হয়তো আটাইতকৈ ডাঙৰ উপহাৰ। এনে এগৰাকী নীৰৱ কৰ্মীৰ প্ৰতি মোৰ শ্ৰদ্ধা আৰু সেৱা জনাইছোঁ আৰু পৰম পিতাৰ ওচৰত সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

# কোমল মনৰ অধিকাৰিণী ইন্দু বৌ

—ৰীণা দেৱী,
শিলনিজান



শিলনিজানৰ শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ প্ৰয়াত সত্ৰাধিকাৰ চণ্ডিকা বল্লভ গোস্বামীদেৱৰ সহধৰ্মিনী, এটি মিঠা হাঁহি আৰু এটা কোমল মনেৰে বিশাল অন্তৰৰ অধিকাৰিণী আমাৰ ইন্দু বৌ। এই অঞ্চলৰ প্ৰতিজন মানুহে শ্ৰদ্ধাৰ চকুৰে চোৱা এটি সহজসৰল মনৰ এই মানুহগৰাকীক আমি আমাৰ জন্মৰে পৰা পাই আহিছোঁ। তাহানিৰ কামপুৰৰ মৌজাদাৰ স্বৰ্গীয় গোলোক চন্দ্ৰ গোস্বামীৰ কনিষ্ঠা কন্যা শ্ৰীমতী ইন্দুবালা গোস্বামীয়ে ১৯৫৩ চনৰ ২৮ এপ্ৰিলত শোভনেশ্বৰী বাগিচা তথা দিছিৰীগঞাঁ সত্ৰৰ চণ্ডিকা বল্লভ গোস্বামীদেৱৰ সৈতে বিবাহ পাশত আৱদ্ধ হয়। এখন বিশাল চাহ বাগিচাৰ মালিকৰ পত্নী হৈ এটা অভিজাত্য তথা সংস্কৃতিৱান গুণী জ্ঞানী পৰিয়ালৰ অংশ হৈও কোনোদিনেই ভেম নকৰা ব্যক্তিত্বৰে শোভিত

এই মানুহগৰাকীৰ জীৱনযাত্ৰা। অতি সাধাৰণ আৰু চহা মানুহৰ লগত মিলি গৈ সকলোৰে ভাল বেয়া, দুখ কষ্টৰ খবৰ খাতি লোৱাত বৌৱে কোনোদিনেই কৃপণালি কৰা নাছিল। আৰ্তজনক সহায় কৰাৰ এক পৰোপকাৰী মনোভাৱ বৌৰ মাজত সদায়েই দেখা যায়। আমিও সৰু থকা অৱস্থাত আমাৰ অতি কঠিন জীৱন যাত্ৰাত বিভিন্ন সময়ত বৌৰ পৰা যথেষ্ট মৰম আৰু সহায় পাইছিলো। স্বাভাৱিকতে আমাৰ ঘৰখনৰ লগত এই বিশেষ পৰিয়ালটিৰ তেজ মঙহৰ সম্পৰ্ক নাথাকিলেও আন্তৰিক সম্পৰ্ক অতি ওচৰৰ আছিল। সেয়ে হয়তো বিভিন্ন সময়ত বৌৰ বিভিন্ন কাৰ্যকলাপ আৰু জীৱনশৈলী আমি অতি কাষৰ পৰাই দেখা পাইছিলোঁ। আগতে এই সত্ৰত তিনিদিনীয়াকৈ ৰাস পূজা পতাৰ লগতে সত্ৰৰ নামঘৰত বিভিন্ন সময়ত ভাওনাৰ আয়োজন কৰা হৈছিল। এনে অনুষ্ঠানবোৰ আয়োজন কৰোঁতে বৃহত্তৰ শিলনিজান অঞ্চলৰ ৰাইজকে নিমন্ত্ৰণ জনাইছিল আৰু স্বাভাৱিকতে প্ৰতিজন অতিথিক বৌৱে অতি আদৰেৰে মাত বোল কৰিছিল। বৌৰ সতি সন্ততিৰ ভিতৰত চাৰিজন পুত্ৰ আৰু দুগৰাকী কন্যা সন্তান। এইখিনিতে ক'ব খোজো যে বৌৰ স্বভাৱসুলভ মৰমৰ সিংহভাগ তেওঁৰ ননদ ৰেৱা বাইদেউৱে পাবলৈ সক্ষম হৈছিল। আমি দেখাত বৌৱে ৰেবা বাইদেউক নিজৰ জীয়েকতকৈও অধিকেই মৰম কৰিছিল আৰু ৰেবা বাইদেউৱেও সকলো সময়তে এটি ছাঁৰ দৰেই বৌৰ লগত লাগি আছিল। এটা সংস্কৃতিৱান ধাৰ্মিক পৰিয়ালৰ বোৱাৰী হিচাবে বৌ অতি ধৰ্মপৰায়ণা আছিল আৰু পৰম্পৰাগত সংস্কাৰৰ কোনো হীন দেঢ়ি নোহোৱাকৈ আজি পৰ্যন্ত সকলোখিনি কৰি সত্ৰৰ সেই ধৰ্ম আৰু সংস্কৃতিৰ পৰিৱেশ ধৰি ৰাখিছে। বৰ্তমান এই মহীয়সী গৰাকীক বয়স আৰু শৰীৰে কিছু বাধা দিছে যাৰ বাবে তেখেতে আগৰদৰে বাহিৰৰ সমাজখনৰ লগত আহ-যাহ কৰাত কিছু অসুবিধাৰ সৃষ্টি হৈছে। আমি পৰমপিতা পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যে, আমাৰ মৰম ও শ্ৰদ্ধাৰ ইন্দু বৌৰ স্বাস্থ্য অটুট থাকক আৰু তেওঁ দীৰ্ঘায়ু হওঁক।

# সফল মাতৃ ইন্দুবালা গোস্বামী

—মহেন শইকীয়া,
কমাৰগাওঁ



কাৰ্বি-আংলং জিলাৰ শিলনিজানৰ শ্ৰীশ্ৰী দিছিৰীগঞাঁ সত্ৰৰ এগৰাকী সফল মাতৃ শ্ৰীযুতা ইন্দুবালা গোস্বামী আইতা। আইতা ইন্দুবালাৰ সৈতে নিবিড় সম্পৰ্ক গঢ়ি নুঠিলেও পৰিয়ালটোৰ সৈতে আছে এক সুসম্পৰ্ক। আইতা ইন্দুবালাৰ চাৰি পুত্ৰৰ সৈতে সামাজিক কামৰ তাগিদাত গঢ়ি উঠে এক সম্পৰ্ক। প্ৰধানকৈ অপূৰ্ব বল্লভ গোস্বামী, অৰূপ গোস্বামীৰ সৈতে গঢ়ি উঠে সামাজিক বান্ধোন। সমাজৰ বা বাতৰিৰ লগতে সমাজখনক কেন্দ্ৰ কৰি এই দুই পুত্ৰৰ লগত অধিক সম্পৰ্ক ঘটে। সৰুপুত্ৰ অমিতাভৰ বিয়া খাবলৈ গৈ নামবৰ হাবিৰ মাজত ৩৯ নং

ৰাষ্ট্ৰীয় ঘাইপথত ডকাইতৰ সৈতে সন্মুখীন হোৱা অৱস্থাটোৱে পৰিয়ালটোৰ সৈতে যেন অধিক সম্পৰ্ক গঢ়ি উঠে। এগৰাকী সফল মাতৃ ইন্দুবালা আইতাই সমাজলৈ আগবঢ়াইছে অনবদ্য অৱদান। প্ৰধানকৈ গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ নামত  আৰু গোলাঘাট ষ্টেচন ৰোডত তেখেতৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত পূজা ঘৰৰ তোৰণ নিৰ্মাণ আন এক বিশেষ অৱদান। স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী' সংহতি বঁটা প্ৰদান আইতা ইন্দুবালাৰ অন্যতম অৱদান ।তদুপৰি দ্বিতীয় পুত্ৰ অপূৰ্ব বল্লভ গোস্বামীয়ে সংবাদ জগতলৈ আৰু অৰূপ বল্লভ গোস্বামীয়ে প্ৰকৃতি জগতখনলৈ আগবঢ়াই অহা অৱদান আইতাৰ ইন্দুবালাৰ প্ৰেৰণা। তদুপৰি পৰিয়ালটোৱে গোলাঘাট নগৰত ব্যৱসায়ীক দিশত আগবঢ়োৱা অৱদানো আইতাৰ ভূমিকাক সন্মান জনাব লাগিব। অসমীয়া সমাজ জীৱনলৈ আগবঢ়োৱা এগৰাকী মহিলাৰ অৱদানে সমাজ এখনক সুস্থিৰ কৰি তুলিব পাৰে। তেনে এগৰাকী মহিলা আইতা ইন্দুবালা গোস্বামী। গোলাঘাট নগৰৰ পূজাৰ লগত আইতা ইন্দুবালাৰ অৱদানে সমাজক বান্ধোনৰ লগতে নিজৰ পৰিয়ালটোক দৃঢ় কৰি তুলিছে। এগৰাকী উদ্যোগী, ব্যৱসায়ী চাহ খেতিয়ক হিচাপে আইতাৰ মনোবল অতি দৃঢ়, যাৰ বাবে আইতা ইন্দুবালাৰ পৰিয়ালটোৱে ব্যৱসায়ৰ ক্ষেত্ৰত আগুৱাই যাব পাৰিছে।

# ইন্দুবালা গোস্বামীৰ জীৱনৰ কথা

—চন্দ্ৰমা গোস্বামী শৰ্মা,
নগাঁও

১৯৩৩ চনত কামপুৰৰ মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীৰ কনিষ্ঠা কন্যা ইন্দুবালা গোস্বামীৰ জন্ম হয়। মাতৃৰ নাম গৌৰীপ্ৰিয়া গোস্বামী। প্ৰাথমিক শিক্ষা কামপুৰত আৰম্ভ কৰাৰ পিছত কামপুৰত উচ্চ শিক্ষাৰ ব্যৱস্থা নথকাত ঘৰতেই শিক্ষাগ্ৰহণ কৰিছিল। সেইসময়ত আখৰৰ যত্নৰ প্ৰতি লক্ষ্য ৰাখি কলপাতত লিখিছিল। ১৯৫৩ চনত শ্ৰীশ্ৰী দিছিৰীগঞাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিবাহপাশত আৱদ্ধ হয়। কম বয়সতে বিবাহপাশত আৱদ্ধ হৈছিল যদিও সাংসাৰিক জীৱন খুব সুন্দৰকৈ চলাই নিবলৈ সক্ষম হয়। তেওঁ দুগৰাকী কন্যা অনিমা আৰু পূৰ্ণিমা। পূৰ্ণিমা ইতিমধ্যে ইহসংসাৰৰ পৰা মেলানি মাগিছে। চাৰিজন পুত্ৰ ক্ৰমে ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু অমিতাভ। ১৯৮২ চনত স্বামী চণ্ডিকা বল্লভ গোস্বামী দুৰ্ঘটনাত পতিত হৈ মৃত্যুবৰণ কৰাৰ পাছতে সমস্ত দায়িত্ব তেওঁ নিজে বহন কৰে। সামাজিক কৰ্মত জড়িত হৈ বৰপথাৰত থকা দিছিৰীগঞাঁ সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটো পুনৰ নিৰ্মাণ কৰাৰ লগতে গোলাঘাট ষ্টেচন ৰোডৰ পূজা ঘৰত তেখেতৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ নামত এখন তোৰণ নিৰ্মাণ কৰে । ইয়াৰ লগতে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত স্বামীৰ স্মৃতিত এখনি তোৰণ নিৰ্মাণ কৰে। সমাজৰ অৱহেলিত, নিষ্পেষিত সকলক সন্মানজনক স্থান দি অহোপৰুষাৰ্থ কৰি অহা ব্যক্তি সকলক উৎসাহিত কৰিবৰ বাবে স্বামীৰ স্মৃতিত ‘চণ্ডিকা বল্লভ গোস্বামী’ সংহতি বঁটা প্ৰদান কৰে। উক্ত বঁটা মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা আৰু দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক প্ৰদান কৰে। ইয়াৰোপৰি স্বামীৰ স্মৃতি জীপাল কৰি ৰখাৰ মানসেৰে গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে স্মৃতিগ্ৰন্থ আৰু ননদ ৰেৱা



গোস্বামীৰ দ্বাৰা ৰচিত এখনি বিয়ানামৰ পুথি প্ৰকাশ কৰি উলিয়াইছিল। ইন্দুবালা গোস্বামীয়ে তেওঁৰ আজুশাহু, বিশিষ্টা শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বাৰা প্ৰকাশিত 'লেখিকাৰ জীৱনী' নামৰ গ্ৰন্থখনিত এটি প্ৰবন্ধ লিখি প্ৰকাশ কৰিছিল। তেখেতে গয়াঁ, বুদ্ধ গয়াঁ, বাৰাণসী, এলাহাবাদ, দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবন, জগন্নাথ, পুৰী আদি ভাৰতবৰ্ষৰ বিভিন্ন তীৰ্থস্থান ভ্ৰমণ কৰে। সমাজৰ বিভিন্ন কৰ্মৰাজিৰ মাজত জড়িত থাকিলেও তেখেতে এগৰাকী সু-গৃহিণীও। অতিথিক সুস্বাদু আহাৰ আৰু আদৰ আপ্যায়ন কৰাৰ লগতে সুমধুৰ বচনেৰে সম্ভাষণ জনায়।

সকলোৰে প্ৰতি সদ্‌ভাৱ থকা এগৰাকী মহান গুণৰ অধিকাৰী ইন্দুবালা গোস্বামীৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি ভগৱানৰ ওচৰত শত সহস্ৰ প্ৰণিপাত জনাইছোঁ। তেখেত এগৰাকী মহান গুণৰ অধিকাৰী। সেইহে সদায় আমাৰ কাৰণে সদায়ে আদৰ্শৱান নাৰী।

# শুভ্ৰ সাজেৰে সমাহিত এগৰাকী জীৱন্ত দেৱী

—সপোন তামুলী, সাংবাদিক,
গোলাঘাট

শুভ্ৰ সাজেৰে সমাহিত ৰূপ। এগৰাকী জীৱন্ত দেৱী যাৰ উপস্থিতিত পৰিৱেশ গাম্ভীৰ্যপূৰ্ণ হৈ পৰে। তেনে এগৰাকী মহীয়সী মাতৃৰ সান্নিধ্যৰ স্মৃতিয়ে আজিও মোৰ মন প্ৰাণ ভৰি পৰে। তেখেত মোৰ বন্ধু অমিতাভৰ মাতৃ শ্ৰীযুতা ইন্দুবালা গোস্বামী। কাহানিও কোনো পৰিস্থিতিতে বিচলিত নোহোৱা, সদায়েই নম্ৰ, কিন্তু দৃঢ়মনা মাতৃগৰাকীৰ চালিকা শক্তিয়ে পৰিয়ালৰ সদস্যসকলক সঠিক সিদ্ধান্ত গ্ৰহণ কৰাত উল্লেখনীয় ভূমিকা গ্ৰহণ কৰি আহিছে।

'মা' ইন্দুবালা গোস্বামীৰ সৈতে প্ৰথম মুখামুখি হৈছিলো ৮০ৰ দশকৰ কোনোবা এটা দিনত তেওঁলোকৰ শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচাৰ বাসগৃহত। স্কুলীয়া ছাত্ৰ হিচাবে বহুকেইজন বন্ধুসহ সেইদিনা তেওঁলোকৰ বাসভৱনত উপস্থিত হৈছিলোঁগৈ। কোনো এক উপলক্ষ্যত আয়োজন কৰা এক অনুষ্ঠানত অমিতাভৰ নিমন্ত্ৰণমৰ্মে আমি তেওঁলোকৰ ঘৰলৈ গৈছিলোঁ। আমাক পুত্ৰৱৎ স্নেহেৰে মুহূৰ্ততে ঘৰখনৰ আপোন কৰি পেলালে মা আৰু প্ৰয়াত ৰেবা পেহীয়ে। তাৰ পিছৰ পৰা আমাৰ ঘনাই আহ-যাহ হৈছিল শিলনিজানলৈ।

প্ৰথম অৱস্থাত নামবৰ হাবি পাৰহৈ শিলনিজানলৈ যোৱাটো এটা Adventure আছিল যদিও পিছলৈ পথচোৰা ঘৰুৱা হৈ পৰিল। ফলত দিন-ৰাতি ছেদভেদ নোহোৱাকৈ গৈ উপস্থিত হৈছিলোঁগৈ অমিতাভহঁতৰ ঘৰত। অমিতাভৰ ভাতৃ অমূল্য দা, অপুটি দা, অৰূপ দা, গুৱাহাটীৰ উজান বজাৰৰ মৌজাদাৰৰ ঘৰলৈ বিবাহসূত্ৰে সম্বন্ধ হোৱা অনি বাইদেউ, প্ৰয়াত ভিনদেউ আৰু প্ৰয়াত পুনি বাইদেউ ৰ সৈতে ককাই, বাই-ভাইৰ দৰে সম্পৰ্ক গঢ় লৈ উঠিল।

মা সদায় দেৱকৰ্মত ব্যস্ত হৈ থাকি ভাল পোৱা এগৰাকী মহিলা। ঘৰত পালন কৰা পূজা-পাৰ্বন আদিৰ তদাৰক কৰাৰ লগতে নিমন্ত্ৰিত সকলৰ




(বাগিচাত মহৰি মানিক কলিতাৰ লগত ইন্দুবালা)

আদৰ আপ্যায়নত যাতে ত্ৰুটি নহয় তাৰ প্ৰতিও লক্ষ্য ৰাখিছিল। যাৰফলত ঘৰখনত এবাৰ পৰ্দাপণ কৰা কোনো ব্যক্তিয়ে পিচৰ বাৰ যাবলৈ কেতিয়াও পিচ হোহকা নিদিছিল। পূজা-পাৰ্বনৰ লগতে সংসাৰৰ দৈনন্দিন কাম আৰু সন্তানৰ প্ৰতি কৰণীয় আৰু দায়িত্বৰ প্ৰতি তিলমানো অৱহেলা কৰা বুলি কোনেও কেতিয়াও ক'ব নোৱাৰে। উদাহৰণস্বৰূপে তেখেতসকলৰ গোলাঘাটৰ চানমাৰীত থকা ঘৰত থাকিয়েই আটাইকেইজন পুত্ৰই শিক্ষালাভ কৰিছিল। মই দেখা অৱস্থাৰ পৰা প্ৰত্যক্ষ কৰিছিলো অমিতাভৰ পৰীক্ষাৰ সময়ত মা গোলাঘাটলৈ আহি পুত্ৰক পৰীক্ষাত অৱতীৰ্ণ হ'বলৈ মনোবল যোগাইছিল। মাৰ সৈতে আহি উপস্থিত হৈছিল প্ৰয়াত ৰেবা পেহীও। অমিতাভৰ সৈতে যিমানবাৰেই শিলনিজানলৈ গৈছিলো প্ৰতিবাৰেই উভতি অহাৰ সময়ত আঁৰচকুৰে দেখিছিলো মাৰ চকুকেইটা যেন সেমেকি উঠিছিল।

মই দেউতা প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীক দেখা নাপালোঁ। কিয়নো অমিতাভ হঁত সৰু থাকোঁতেই তেখেতৰ স্বৰ্গবাস হৈছিল। দেউতাৰ মৃত্যুৰ পিছত দৃঢ়মনা মহীয়সী নাৰী মাই প্ৰত্যেক সন্তানক শিক্ষা-দীক্ষা প্ৰদান কৰাৰ লগতে

বাগিচা চলোৱা আৰু দিছিৰীগএঁৱা সত্ৰৰ দায়িত্ব আঁৰ কাপোৰৰ পিছত থাকি কেনেদৰে সুচাৰুৰূপে চলাই যাবলৈ সক্ষম হ'ল ভাবিলে মাৰ প্ৰতি ভক্তিত মূৰ দোঁ খাই যায়। মায়ে যিটো কথা কৈছিল সন্তানসকলে সেইয়া আখৰে আখৰে পালন কৰিছিল। কিয়নো তেখেতে যিটো কৈছিল সেইটোৰ অন্তৰ্নিহিত অৰ্থ আছিল। গোলাঘাট ষ্টেচন ৰোডত তেওঁলোকে প্ৰতিষ্ঠা কৰা 'নামবৰ গেষ্ট হাউচ'ত বহুতে 'বাৰ'ৰ লাইচেঞ্চ ল'বলৈ পৰামৰ্শ দিছিল। কিন্তু মায়ে হোটেল বনোৱাৰ সময়তে ক'লে 'হোটেল খোল, কিন্তু তাত মদৰ কাৰবাৰ নকৰিবি'। তেওঁৰ পুত্ৰ সকলে মাতৃৰ কথা আখৰে আখৰে পালন কৰিলে। যাৰ বাবে নামবৰ গেষ্ট হাউচ যিকোনো হোটেল আৱাসীৰ বাবে, বিশেষকৈ মহিলা আৱাসীৰ বাবে আটাইতকৈ সুৰক্ষিত স্থান হিচাপে চৰ্চিত হৈ আছে। মায়ে প্ৰতিটো সন্তানকে কৰ্ম কৰিবলৈ উদগণি দিছিল। সম্পূৰ্ণ নীতি-নিয়মৰ মাজেৰে কৰ্ম কৰিবলৈ প্ৰেৰণা যোগাইছিল। যাৰ বাবে পৰিয়ালৰ সদস্যসকলৰ মালিকানাধীন নামবৰ ট্ৰেভেলছ, নামবৰ গেষ্ট হাউচ অথবা জাগৃতি ট্ৰেভেলচৰ বিশ্বাসযোগ্যতাক লৈ আজিলৈকে কোনেও আঙুলি টোঁৱাব পৰা নাই।

প্ৰতিটো সৃষ্টিশীল কৰ্মতে উদগণি যোগোৱা মায়ে সকলোকে পাৰ্যমানে সহায় কৰিছিল। মাৰ উদগণিৰ ফলতেই প্ৰয়াত ৰেৱা পেহীয়ে 'বিয়ানাম'ৰ পুথি প্ৰণয়ন কৰাৰ লগতে পুত্ৰ অপূৰ্ব বল্লভ গোস্বামীয়েও সৃষ্টি কৰ্মত মনোনিৱেশ কৰি এখন তথ্যভিত্তিক পুথি লিখিবলৈ প্ৰেৰণা পাইছিল।

কামপুৰৰ মৌজাদাৰৰ জীয়ৰী মায়ে জীৱনৰ আদবয়সতে স্বামীহাৰা হৈয়ো স্থিতপ্ৰজ্ঞতাৰে নিজ সন্তানক উপযুক্ত নাগৰিক হিচাবে গঢ়ি তোলাৰ লগতে সামাজিক, শৈক্ষিক ক্ষেত্ৰত যি অৱদান আগবঢ়ালে, সেয়া সকলোৰে অনুপ্ৰেৰণাৰ উৎস হৈ থাকিব।

মাৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনা কৰিলোঁ।

# এক হৃদয়স্পৰ্শীনাম ঃ ইন্দুবালা গোস্বামী

—ৰুমী গোস্বামী
আমোলাপট্টি, নগাঁও



(নাতি ভাৰ্গৱ, ভাগিন মৌচুমীৰ লগত ইন্দুবালা)

এদিন ফোনত বাৰ্তালাপ কৰি থাকোতে অপুটি দাদাই ক'লে 'মাজনী, গোলাঘাট জিলা লেখিকা পৰিষদে মাৰ বিষয়ে এখন কিতাপ প্ৰকাশ কৰিবলৈ লৈছে, তাতে তইয়ো যদি দুৱাষাৰ লিখ বৰ ভাল লাগিব'। কথাষাৰ শুনি মনটো বৰ উৎফুল্লিত হৈ পৰিলে। বহুদিন ধৰি মামীক লগ পোৱা নাছিলোঁ যদিও মোৰ মনটো মামীৰ স্মৃতিৰে ইমানেই পৰিপূৰ্ণ আছে যে মামীৰ বিষয়ে লিখিবলৈ দুবাৰ চিন্তা কৰিব লগা নহ'ল। শৈশৱত মামীৰ সৈতে কটোৱা মধুৰ স্মৃতি সোঁৱৰণীৰ ভাব ভাষাবোৰ মনলৈ উভতি আহিছিল।

মোৰ মামী শ্ৰীযুতা ইন্দুবালা গোস্বামী নগাঁৱৰ কামপুৰৰ মৌজাদাৰ পৰিয়ালত ১৯৩৩ চনত জন্মগ্ৰহণ কৰিছিল। তেখেতৰ পিতৃ আছিল ঁগোলোকচন্দ্ৰ গোস্বামী আৰু মাতৃ আছিল ঁ গৌৰীপ্ৰিয়া গোস্বামী। ১৯৫৩ চনত শ্ৰীশ্ৰীদিছিৰীগঞা সত্ৰৰ সত্ৰাধিকাৰ আৰু শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ

গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ মামা ঁ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বিয়া হয়।বাল্যকালৰে পৰা কঠোৰ পৰিশ্ৰমী আৰু বহল ব্যক্তিত্বৰ গৰাকী হোৱাৰ কাৰণে অতি কমবয়সতে বিবাহ পাশত আৱদ্ধ হৈয়ো ঘৰখন নিয়াৰিকৈ চম্ভালি আছে। স্বামী অৰ্থাৎ মোৰ মামাৰ শোকাৱহ পথ দুৰ্ঘটনাত মৃত্যু হোৱা স্বত্বেও ৬টাকৈ সন্তান নিজৰ বুকুৰ মাজত লৈ নিৰ্ভয়ী হৈ মানুহ কৰিলে।মামীৰ বিষয়ে লিখিবলৈ লওঁতে আজি মোৰ বহু কথা মনত পৰিছে, গৰম বন্ধত মামীৰ ওচৰত কটোৱা সেই মধুৰ দিনবোৰ। মামীৰ হাতৰ ভাতসাঁজ, গাখীৰ গিলাচ এনেহেন লাগিছে যে কালিৰ হে কথাযেন। মামী এগৰাকী স্নেহসুলভ ধৰ্মপৰায়ণা মহিলা আছিল।ৰীতিনীতিৰ মাজেদি নিষ্ঠাসহকাৰে একাগ্ৰতা সহৃদয়তাৰ মাজত কাম-কাজ চলাইছিল। মামী আৰু মা প্ৰভেদ নাছিল বুলি ক'ব পাৰি। মামীয়ে আমাক মামাৰ ঘৰত থাকোঁতে গা ধুৱাৰ পৰা খোৱা-বোৱা কৰালৈকে নিজৰ ল'ৰা-ছোৱালীৰ নিচিনাকৈ মৰম কৰিছিল। আজিৰ যুগত তেনেকুৱা মৰম পাবলৈ নাই। সকলোকে সমদৃষ্টিৰে চাইছিল। তেখেতৰ সৰলতাৰ কথা কৈ শেষ কৰিব নোৱাৰি। তাৰোপৰি মামীয়ে সৰু অৱস্থাত থাকোঁতে মাহেকত চিঠিৰ যোগে আমাৰ খা-খবৰ ৰাখিছিল। মামী আমাৰ বাবে শ্ৰদ্ধাৰপাত্ৰ আৰু আস্থাৰ স্থল আছিল। ধৈৰ্য আৰু সহনশীলতাৰে সকলো সমস্যা সমাধান কৰিছিল।

শেষত তেখেতৰ সুস্বাস্থ্য কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।



জীয়াৰী অনিমা গোস্বামী

# মোৰ দৃষ্টিত ইন্দুবালা গোস্বামী

—ঋতুৰাজ বৰুৱা, সাংবাদিক
গোলাঘাট।

জীৱনত লগ পোৱা বহুলোকৰ ভিতৰত কিছুসংখ্যক লোকৰ স্মৃতি সদাই সজীৱ হৈ থাকে। তেনে এগৰাকী মহীয়সী নাৰী হৈছে ইন্দুবালা গোস্বামী। যিগৰাকী নাৰীক লগ পোৱাৰে পৰা 'মা' বুলি সম্বোধন কৰি আহিছোঁ। তেজ মঙহৰ কোনো সম্পৰ্ক নাথাকিলেও তেওঁৰ লগত মোৰ আছিল এক আন্তৰিক সম্পৰ্ক। মাক মই প্ৰথমে লগ পাইছিলো ২০০২ চনৰ কোনোবা এটা দিনত। তেখেতৰ দ্বিতীয় পুত্ৰ অপূৰ্ব বল্লভ গোস্বামীৰ সৈতে থকা সম্পৰ্কই তেখেতৰ সৈতে পৰিচয় হোৱাৰ সুবিধা প্ৰদান কৰিছিল। যিহেতু অপূৰ্ব বল্লভ গোস্বামীয়ে মোক অসমৰ সংবাদ জগতৰ সৈতে প্ৰথম পৰিচয় কৰাই দিছিল আৰু 'দৈনিক জনমভূমি' কাকতত তেখেতৰ জৰিয়তেই বাতৰি পৰিৱেশন কৰাৰ সুবিধা লাভ কৰিছিলোঁ। সেইসূত্ৰে তেওঁলোকৰ গোলাঘাট নগৰৰ চানমাৰীস্থিত ঘৰখনলৈ মই প্ৰায়ে অহা-যোৱা কৰিছিলোঁ আৰু ইন্দুবালা গোস্বামী অৰ্থাৎ 'মা'ক লগ পোৱাৰ সুযোগ পাইছিলোঁ। নগাঁৱৰ কামপুৰৰ এগৰাকী সম্ভ্ৰান্ত পৰিয়ালৰ জীয়াৰী আৰু পাছলৈ গোলাঘাটৰ এগৰাকী সম্ভ্ৰান্ত পৰিয়ালৰ বোৱাৰী হৈও 'মা'ক সদায়ে দেখিছিলোঁ সমাজৰ প্ৰতিটো স্তৰৰ লোকক অতি সৰলতাৰে গ্ৰহণ কৰিছিল। সৰু, ডাঙৰ, উচ্চ-নীচ তেওঁৰ মনত যে কোনো ভাৱেই নাছিল। চাৰিজন পুত্ৰ দুগৰাকী কন্যা, বোৱাৰীসহ এক বৃহৎ পৰিয়ালক অতি সুচাৰুৰূপে চলাই যোৱা দেখিছিলোঁ মাক। তাৰোপৰি তেখেতৰ অমায়িক স্বভাৱটোৱে সদায়ে আকৃষ্ট কৰি আহিছিল। তেখেতক দেখিলেই শ্ৰদ্ধা ভাৱ এটা আপোনা-আপুনি অন্তৰত জাগ্ৰত হোৱা উপলব্ধি কৰিছিলোঁ। শেষত তেখেতলৈ মোৰ আন্তৰিক অভিনন্দন, শ্ৰদ্ধা জ্ঞাপন কৰাৰ লগতে তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলোঁ।

## অনুভৱৰ এককলম.......

মমতাময়ী, স্নেহ প্ৰদানী ইন্দুবালা গোস্বামী ডাঙৰীয়ানীক যোৱা ৪ মে' ২০১৮ তাৰিখে লগ পোৱা সেই ক্ষণ আমাৰ বাবে আছিল অবিস্মৰণীয়। শিলনিজানস্থিত বাসগৃহত তেখেতৰ বৰপুত্ৰ, বৰবোৱাৰীয়ে আমাক সাদৰেৰে আপ্যায়ন কৰিলে। সেই দিনটোৰ আগলৈকে আমি তেখেতক জানিছিলোঁ আৰু দেখা পাইছিলোঁ দূৰৈৰ পৰা। সৌভাগ্যক্ৰমে সেইদিনা লগ পাই অনুভৱ কৰিলোঁ সমাজত এনে কিছুমান বিদুষী মহিলা আমাৰ অজ্ঞাতে প্ৰচাৰ বিমুখ হৈ থাকি যায়। দীৰ্ঘদিনীয়া জীৱনৰ অভিজ্ঞতাৰে তেখেত ইতিমধ্যে এগৰাকী পৰিপক্ক ব্যক্তিলৈ পৰিণত হৈছে। বৰ্তমান যান্ত্ৰিকতাৰ যুগত মানুহৰ আন্তৰিকতাৰ পৰিৱৰ্তন দেখি তেখেতে নিজৰ উদ্বিগ্নতা প্ৰকাশ কৰিলে আমাৰ আগত। গোলাঘাটলৈ ঘূৰি আহোঁতে আমি আটাইয়ে সন্তুষ্টি লভিলোঁ যে আমি এগৰাকী ধৰ্মপৰায়ণা, ব্যক্তিত্বসম্পন্না মাতৃৰ চৰণ চুই আশীৰ্বাদ লৈ কৃতাৰ্থ হ'লোহঁক।—



**বীনা ৰাজখোৱা**
**মীনা হাজৰিকা দত্ত**
**ৰূপালী দত্ত**
**মঞ্জুলিকা নেওগ শইকীয়া**
**ৰূপা শইকীয়া**

# অনন্যা ইন্দুবালা

গোলাঘাটৰ বিশিষ্ট সংবাদকৰ্মী অপূৰ্ব বল্লভ গোস্বামী আৰু তেখেতৰ পৰিয়ালৰ ধৰণী শ্ৰীযুতা ইন্দুবালা গোস্বামীৰ জীৱনৰ আধাৰত এখনি অভিনন্দন গ্ৰন্থ প্ৰকাশৰ কথা জানিব পাৰি নথৈ আনন্দিত হৈছো। এই অভিনন্দন গ্ৰন্থখনিত আমাৰো মনৰ ভাৱ ব্যক্ত কৰাৰ সুবিধা পাই ধন্য মানিছোঁ। গোলাঘাটত কৰ্মৰত অৱস্থাত থাকোঁতে একাধিকবাৰ এইগৰাকী বিদূষী মহিলাৰ মুখামুখি হৈছো। তেখেতৰ দূৰদৰ্শী মনোভাৱ, কৰ্মস্পৃহা, সংসাৰ পৰিচালনা আদিত মাতৃত্বৰ উৎকৃষ্ট নিদৰ্শন সুপষ্টভাৱে প্ৰকাশ হৈ এক অনুকৰণীয় ব্যক্তিত্বত পৰিণত হৈছে। স্বামীৰ অকাল বিয়োগত অকলশৰে ছয়টিকৈ সন্তানক সুশিক্ষিত কৰি সুপ্ৰতিষ্ঠিত কৰাৰ বাবে তেখেত সকলোৰে পূজ্য। এই সংগ্ৰামত আছে মানুহৰ দৃষ্টিৰ আঁৰৰ অহোপুৰুষাৰ্থ। হৃদয়ত সৰ্বমঙ্গলৰ আকুতিৰে জটিল গাৰ্হস্থ্য জীৱনৰ বাট বুলিছিল আধ্যাত্মিকতাৰ জেউতিৰে সৰল গতিৰে। এই মঙ্গলময়ীক শ্ৰদ্ধাৰে প্ৰণামিছোঁ।



**—দীপক গোস্বামী**
প্ৰাক্তন ভাৰতীয় প্ৰশাসনিক বিষয়া
গুৱাহাটী।

---

মোৰ স্বামী প্ৰয়াত দেৱ চক্ৰৱৰ্তী পেচাত এজন অধিৱক্তা আছিল। বিভিন্ন আইনী কামত ব্যস্ত হৈ থকাৰ বাবেই শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচা তথা শ্ৰীশ্ৰীদিছিৰীগঞাঁ সত্ৰৰ লগতো এক নিবিড় সম্পৰ্ক গঢ়ি উঠিছিল। সত্ৰৰ সৰ্বগুণমতী, সকলোৰে শ্ৰদ্ধাৰ ইন্দুবালা গোস্বামীৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোঁ

খাইছিল আমাৰ। কিয়নো তেখেতৰ অমায়িক ব্যৱহাৰ, ধৈৰ্য আৰু অল্পভাষী গুণটোৱে আমাক সদায়ে সন্তোষিত কৰিছিল। তেখেতৰ প্ৰতি আমাৰ শ্ৰদ্ধা সদায়েই অটুট থাকিব। ভগৱানৰ ওচৰত তেখেতৰ দীৰ্ঘায়ু কামনা কৰিলোঁ।

**—ঊষা চক্ৰৱৰ্তী,**
গুৱাহাটী

---

শিলনিজান মোৰ নিজা ঠাই। শিলনিজানৰ স্মৃতিৰ লগত একাত্মভাৱে জড়িত আছে মোৰ শৈশৱ-কৈশোৰ। শৈশৱৰে পৰা দিছিৰীগঞাঁ সত্ৰৰ লগত এক আপোনভাৱৰ জন্ম হৈছিল। সত্ৰৰ সবাতকৈ উচ্চ গুণ সম্পন্না, প্ৰেৰণাময়ী, ধৰিত্ৰী শ্ৰীযুতা ইন্দুবালা গোস্বামীক বহু ওচৰৰে পৰা লগ পাই তবধ মানিছিলোঁ তেখেতৰ সৌহাৰ্দপূৰ্ণ আচৰণ আৰু আন্তৰিক সদইচ্ছাৰ প্ৰকাশ দেখি। তেখেতৰ আটাইকেইজন সন্তান মোৰ ছাত্ৰ হোৱাৰ বাবেই হ'বলা ঘৰখনৰ লগত মোৰ আন্তৰিক সম্পৰ্ক গঢ়ি উঠিছিল। মাতৃৰ পৰিচালনাত সকলোৱে মাৰ্জিত আৰু সুমিষ্ট ব্যৱহাৰৰ বাবেই আজিও এই সম্বন্ধ আগৰ দৰেই নিকট হৈ আছে। এইগৰাকী মহীয়সী মাতৃলৈ মোৰ সশ্ৰদ্ধ প্ৰণিপাত জনাইছোঁ। তেখেতৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু অন্তৰেৰে কামনা কৰিলোঁ।



**—দেৱেন শৰ্মা,**
শিলনিজান

শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচা মোৰ অতিকৈ আপোন। তাতোতকৈও আপোন এই বাগিচাত থকা মমতাময়ী মাতৃ শ্ৰীযুতা ইন্দুবালা গোস্বামী। ধৰ্মীয় দিশটোৰ লগত মই জড়িত হৈ থকা বাবেই সত্ৰত বহুবাৰ পূজা অৰ্চনা কৰাৰ সুবিধা পাইছিলোঁ। সেই সুযোগতে সত্ৰৰ ধৰ্মপ্ৰাণা তথা পৰিয়ালটিৰ গুৰি ধৰোঁতা শ্ৰীযুতা ইন্দুবালা গোস্বামীক লগ পাই অভিভূত হৈছিলোঁ। কাৰণ তেখেতৰ অমায়িক ব্যৱহাৰ আৰু ধৰ্মীয় প্ৰীতিৰ লগতে সকলো সা-সুবিধাৰ প্ৰতি থকা গভীৰ আগ্ৰহ দেখিছিলোঁ। এই গৰাকী মহিমাময়ী মাতৃৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

—**বিপুল শৰ্মা শাস্ত্ৰী**
গোলাঘাট



আজিৰ এই পবিত্ৰ ক্ষণত এখনি গ্ৰন্থৰ জন্ম হ'ব। এই গ্ৰন্থৰ মূল বিষয়বস্তু হৈছে এগৰাকী মহীয়সী নাৰীৰ জীৱন গাথা। এই গৰাকী সন্মানীয়া মহিলা হৈছে মোৰ শাহু (প্ৰয়াত শোভা খাউণ্ড)ৰ নবৌৱেক শ্ৰীযুতা ইন্দুবালা গোস্বামী। মোৰ শাহুৰ বৰদেউতাকৰ পুত্ৰ প্ৰয়াত চণ্ডিকা বল্লভ গোস্বামীৰ সুযোগ্যা সহধৰ্মিনী। মোৰ মামী শাহু শ্ৰীযুতা ইন্দুবালা গোস্বামী। মই বিয়াৰ পিছত পোৱা প্ৰথম দৰ্শনতে তেখেতৰ প্ৰতি ক'ব নোৱাৰাকৈয়ে মোৰ অন্তৰত এক ভক্তিৰ ভাৱ জাগি

উঠিছিল। তেখেতৰ মৰম মিহলি ব্যৱহাৰ, নিজৰ কন্যাৰ দৰে থকা ভাৱৰ বাবেই হ'বলা তেখেতক মই মাতৃসুলভ মনোভাৱেৰে গ্ৰহণ কৰিছিলোঁ। তেখেতৰ লগত থকা আমাৰ ঘৰখনৰ মধুৰ আৰু আপোন সম্পৰ্কৰ বাবে তেখেতক বৰ ওচৰৰ পৰা জনাৰ সুবিধা পাইছিলোঁ। মোৰ এই শ্ৰদ্ধা তেখেতৰ বাবে চিৰদিন অটুট থাকক। তাকে পৰমপিতাৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।

**—ৰঞ্জনা ভট্টাচাৰ্য্য**
ষ্টেচন ৰোড, গোলাঘাট



# এক আকৰ্ষণীয় ব্যক্তিত্ব — ইন্দুবালা গোস্বামী

—গায়ত্ৰী চাহু, সংবাদকৰ্মী,
পুণে



২০০৩ চনৰ এটি সন্ধিয়া সিদিনা আছিল ৰাস পূৰ্ণিমা। দাদা অপূৰ্ব বল্লভ গোস্বামী আৰু বৌৰ সৈতে মই সিদিনা তেওঁলোকৰ শিলনিজানৰ বাসগৃহলৈ গৈছিলোঁ। ৰাসপূজা উপলক্ষ্যে প্ৰথমবাৰৰ বাবে, মনোমোহা পৰিৱেশৰ মাজেৰে বাটচ'ৰাৰে সোমায়েই মন ভৰি গৈছিল। ঘৰৰ নামঘৰৰ পৰা খোল বাদনৰ মৃদু সুৰ ভাঁহি আহিছে। গৃহত প্ৰৱেশ কৰাৰ লগে লগেই এগৰাকী মহিলাই সুন্দৰ হাঁহি এটিৰে সৈতে মোৰ মূৰত হাত থ'লে। দেখিয়েই শ্ৰদ্ধাত মূৰ দোঁ-খাই যোৱা গম্ভীৰ আৰু সুন্দৰ ব্যক্তিত্বৰ মৰমলগা মানুহ গৰাকীয়েই আছিল অপূৰ্ব

দাদাৰ মাতৃ শ্ৰদ্ধাৰ ইন্দুবালা দেৱী। অনবৰতে এটি স্নিগ্ধ হাঁহিৰে মুখমণ্ডল পোহৰাই ৰখা আকৰ্ষণীয় ব্যক্তিত্বৰ মহিলা এগৰাকী নিমিষতে আপোন যেন লাগি গৈছিল। সিদিনাই দেখিলো শিলনিজানৰ এই সংস্কৃতিৱান পৰিয়ালৰ গুৰি ধৰোঁতা গৰাকীক। সুন্দৰ ব্যক্তিত্ব তথা এটি সুন্দৰ মনৰ লগতে আছে সকলোৰে প্ৰতি মৰমেৰে ভৰপূৰ এখন হৃদয়। ঘৰখনৰ প্ৰতিটো কোণতেই তেখেতৰ ৰুচিবোধ আৰু কলা সুলভ নিপুণতাৰ পৰশ বিদ্যমান। পুত্ৰ-জী, নাতি-নাতিনীৰে পৰিপূৰ্ণ এই বৃহৎ পৰিয়ালটোক তেওঁ মৰমৰ দোলেৰে বান্ধি ৰাখিছে। এইখিনিতে ক'ব লাগিব এসময়ত এই অপূৰ্ব বল্লভ গোস্বামী অৰ্থাৎ অপুতি দাৰ আঙুলিত ধৰিয়েই সংবাদ জগতখনত ভৰি দিছিলো এগৰাকী সাংবাদিক হিচাবে। তাৰ পাছতেই অপূৰ্ব দা আৰু অৰূপ দাৰ ৰাখী ভগ্নী হৈ পৰিলো মই। সেই সূত্ৰে তেওঁলোকৰ মাৰ মৰমো পাইছিলোঁ মই আপোন জীৰ দৰেই। যেতিয়াই তেখেতক লগ পাওঁ জী সম মৰমেৰে প্ৰতিবাৰেই আকোঁৱালি লৈছিল মোক। মমতাৰে ভৰপূৰ মানুহগৰাকীক ময়ো 'মা' বুলি মাতিছিলো। এগৰাকী সম্ভ্ৰান্ত পৰিয়ালৰ বোৱাৰী তথা চাৰিজন সুযোগ্য পুত্ৰৰ মাতৃ হোৱাৰ 'অহংভাৰ' কেতিয়াও তেখেতৰ মুখত দেখা নাযায়। তেখেতো আছিল কামপুৰৰ এসময়ৰ সম্ভ্ৰান্ত মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীৰ কন্যা। অভিজাত্যৰ গৌৰৱে স্পৰ্শ কৰিব নোৱাৰা এইগৰাকী মহিলাই কম সময়তে স্বামীক হেৰুৱাৰ পাছতো বিচলিত নহৈ পৰিয়ালৰ লগতে স্বামীৰ ব্যৱসায়ো সুকলমে চম্ভালি লয়। তদুপৰি বিভিন্ন সামাজিক আৰু ধৰ্মীয় কামকাজতো তেখেত আগৰণুৱা। নিজ সন্তান সকলক উপযুক্ত কৰি সমাজত প্ৰতিষ্ঠিত কৰাৰ ক্ষেত্ৰত তেখেতৰ কষ্ট স্বীকাৰ কৰিব লাগিব।

আজি গোলাঘাট লেখিকা পৰিষদে তেখেতৰ জীৱনক লৈ এখনি গ্ৰন্থ প্ৰকাশ কৰাৰ যি চিন্তা কৰিছে তাত মই অতিকে আনন্দিত হৈছোঁ। শেষত সকলোৰে প্ৰতি সদ্ভাৱ থকা মৰমীয়াল 'মা'ৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ।

# চিৰপৰিচিত সমাজকৰ্মী ইন্দুবালা গোস্বামীলৈ শ্ৰদ্ধাৰে.....

—চিৰঞ্জীৱ বৰা, লেখক
গণক পুখুৰী, গোলাঘাট

গোলাঘাট জিলাৰ সকলোৰে পৰিচিত গোস্বামীৰ পৰিয়াল অৰ্থাৎ গোপিকাবল্লভ গোস্বামী আৰু তাৰিণীবল্লভ গোস্বামীৰ পৰিয়ালৰ নাম সৰ্বজন বিদিত। এই পৰিয়ালটোক গোলাঘাটৰ ৰাইজে আজিৰ পৰা প্ৰায় বহু বছৰৰ আগৰে পৰা অৰ্থাৎ বিট্ৰিছৰ শাসন কালৰে পৰাই সকলোৱে চিনি পায়। ইন্দুবালা গোস্বামী এই পৰিয়ালটোলৈ বৰবোৱাৰী হৈ আহিছিল। ১৯৩৩ চনত কামপুৰৰ সম্ভ্ৰান্ত মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ ঔৰসত ইন্দুবালা গোস্বামীৰ জন্ম হয়। এক বিখ্যাত গুণী-জ্ঞানী পৰিয়ালত জন্ম গ্ৰহণ কৰা ইন্দুবালাৰ সৰুৰে পৰা পৰিয়ালৰ যত্নত নীতি-শিক্ষাৰ আদিপাঠৰ লগতে সংস্কাৰ পূৰ্ণ জীৱন অতিবাহিত কৰিবলৈ সৌভাগ্য হৈছিল। শৈক্ষিক দিশত আগবঢ়া ৰায়চাহাবৰ পৰিয়ালে স্ত্ৰীশিক্ষাৰ উন্নতিৰ অৰ্থে ইন্দুবালাক কামপুৰতে প্ৰাথমিক শিক্ষা লাভৰ বাবে ব্যৱস্থা কৰি দিছিল। ইন্দুবালাই প্ৰাথমিক শিক্ষা কামপুৰতে শেষ কৰি উচ্চ শিক্ষা ল'বলৈ মন থকাৰ স্বত্বেও তেওঁৰ ইচ্ছা ব্যৰ্থ হ'ল। কাৰণ সেই সময়ত কামপুৰত উচ্চ শিক্ষাৰ বাবে কোনো ব্যৱস্থা নাছিল। কিন্তু জীয়ৰীৰ ইচ্ছাত ৰায়চাহাবে ঘৰতেই শিক্ষা লোৱাত সুবিধা কৰি দিছিল। সেই সময়ত ছোৱালী বিলাকৰ বিবাহ অতি কম বয়সতে হোৱাৰ প্ৰথা এটা আছিল। ইন্দুবালাও কিন্তু তাৰ ব্যতিক্ৰম নহয়। অতি কম বয়সতে ইন্দুবালাই বিবাহত বহিব লগা হৈছিল। সেয়েহে ১৯৫৩ চনত সেইসময়ৰ গোলাঘাটৰ শিলনিজানৰ দিছিৰীগএঁা সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰী প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ সৈতে ইন্দুবালা গোস্বামীৰ বিবাহ সম্পন্ন হয়। গোলাঘাটৰ আঢ্যৱন্ত গোস্বামী পৰিয়ালৰ বৰবোৱাৰী হৈ ইন্দুবালাই ঘৰখনৰ লগতে পৰিয়ালটোক অতি সুচাৰু ৰূপে পৰিচালনা কৰি আহিছে। ইন্দুবালা গোস্বামীৰ সকলোৰে পৰিচিত এটা গুণ হ'ল বৰ অমায়িক, মমতাময়ী মাতৃত্বৰ

গুণ। সেয়েহে তেওঁ আজিও সকলোৰে অতি শ্ৰদ্ধাৰ। মাতৃৰ অন্য এটা নাম হ'ল মমতা। নিজৰ চাৰিওটা পুত্ৰ সন্তান আৰু দুগৰাকী জীয়ৰীৰে পৰিপূৰ্ণ পৰিয়ালটোক সকলো দিশতে আগুৱাই নিবলৈ তেওঁ যথেষ্ট কষ্ট কৰিবলগীয়া হৈছিল। নিজৰ সন্তানক শিক্ষাৰে আগুৱাই নি সমাজত একোগৰাকী সজ ব্যক্তি হ'বলৈ তেওঁ কৰা চেষ্টাক শলাগিবলগীয়া কথা। ঘৰখনৰ লগতে সামাজিক, সাংস্কৃতিক, ধৰ্মীয় ইত্যাদি দিশবোৰতো তেখেত এগৰাকী অনুকৰণীয় মহিলা। সৰুৰে পৰা সত্ৰৰ পৰিৱেশত ডাঙৰ-দীঘল হোৱা গোস্বামীয়ে পাৰিবাৰিক জীৱনতো সত্ৰৰ নীতি-নিয়ম আৰু মৰ্যদা সদায়েই পালন কৰি আহিছে। পুত্ৰ-কন্যা, বোৱাৰী আৰু নাতি-নাতিনীৰে ভৰপূৰ পৰিয়ালটোলৈ হঠাতে এক অমানিশা নামি আহিছিল। ১৯৮২ চনত এক আকস্মিক দুৰ্ঘটনাত গোস্বামীৰ স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ মৃত্যু হয়। শোকত সম্পূৰ্ণ ৰূপে ভাগি নপৰি গোস্বামীয়ে পৰিয়ালৰ সুখৰ বাবে স্বামীৰ ব্যৱসায় আৰু পৰিয়ালটোক অতি কষ্টেৰে চম্ভালিবলগীয়া পৰিস্থিতিৰ সন্মুখীন হৈছিল। তেখেতে বৰপথাৰৰ দিছিৰীগএঁা সত্ৰৰ লগতে গোলাঘাটৰ বহু অনুষ্ঠান-প্ৰতিষ্ঠানলৈ আৰ্থিক আৰু কায়িকভাৱে সেৱা আগবঢ়াইছিল। সমাজৰ অৱহেলিত আৰু নিস্পেষিত ব্যক্তিক উৎসাহ দি সমাজৰ বাবে অহোৰুপুৰুষাৰ্থ চেষ্টা কৰা ব্যক্তিসকলক সন্মানজনক ভাৱে উৎসাহিত কৰিবৰ বাবে তেওঁ স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বটা' প্ৰদান কৰে। তেওঁ গোলাঘাটৰ বিভিন্ন সাংস্কৃতিক, সামাজিক, ধৰ্মীয় অনুঠানৰ লগতে গোলাঘাট জিলা শাখা সাহিত্য সভা আৰু সদৌ অসম লেখিকা পৰিষদৰ লগতো বিশেষভাৱে জড়িত হৈ আছে। তেওঁ নিজেও বহুতো অনুষ্ঠানত কেইবাখনো সম্পাদিত আৰু অন্যান্য গ্ৰন্থ প্ৰকাশ কৰি উলিওৱাত সহায়ৰ হাত আগবঢ়াই আহিছে। ইন্দুবালা গোস্বামীয়ে জীৱনৰ বহু সময় ভাৰতবৰ্ষৰ বিভিন্ন পৱিত্ৰ তীৰ্থস্থান সমূহ পৰিদৰ্শন কৰি আৰ্শীবাদ গ্ৰহণ কৰি আহিছে। তাৰ ভিতৰত গঁয়া, বুদ্ধগঁয়া, বাৰাণসী, এলাহাবাদ, দিল্লী, আগ্ৰা, মথুৰা, বৃন্দাবন, কাশী, জগন্নাথ অন্যতম। এইগৰাকী সুযোগ্যা মাতৃ তথা আজীৱন সমাজসেৱিকা সম্প্ৰতি সেই অঞ্চলটোৰ লগতে সাম্প্ৰতিক সমাজব্যৱস্থাৰ বাবে এক আদৰ্শস্বৰূপ মহিলা। শেষত তেখেতৰ সুস্বাস্থ্য, সুদীৰ্ঘ জীৱন কামনা কৰি কৰিলোঁ।

# সেউজৰ মাজত থকা চিৰসেউজীয়া মহিলাগৰাকী

—মৃগাংক বৰুৱা, সাংবাদিক
কছাৰীহাট , বনগাওঁ

"মই কাম কৰি থাকোঁ আৰু মূৰ্খৰ দৰে মই মাত্ৰ এটা কথা জানো ঃ কেইবছৰমানৰ ভিতৰতে মই এখন নিৰ্দিষ্ট ছবি আঁকি শেষ কৰিব লাগিব। মই খুব বেছি ল'ৰা-ঢপৰা কৰাৰ কোনো প্ৰয়োজন নাই। তেনে কৰি একো লাভ নহ'ব। মই পৰিপূৰ্ণ প্ৰশান্তি আৰু স্থিৰতাৰ মাজত কাম কৰিব লাগিব। মই এই পৃথিৱীখনৰ প্ৰতি এক বিশেষ ধৰণৰ ঋণ আৰু কৰ্তব্য অনুভৱ কৰোঁ। সেই ঋণ আৰু কৰ্তব্যই হ'ল পৃথিৱীখনৰ লগত মোৰ একমাত্ৰ সম্পৰ্ক। কৃতজ্ঞতাৰ চিন হিচাপে মই এৰি থৈ যাব খোজোঁ কেইখনমান ছবি। কোনো বিশেষ ধৰণৰ শিল্প ৰুচি তৃপ্ত কৰাটো মোৰ উদ্দেশ্য নহয়। মই মাত্ৰ প্ৰকাশ কৰিব খোজো মোৰ আন্তৰিক আৰু অকৃত্ৰিম মানসিক অনুভূতি। সেইটোৱেই হ'ল মোৰ জীৱনৰ লক্ষ্য।"— পৃথিৱী বিখ্যাত চিত্ৰকৰ 'ভিনচেন্ট ভেন গঘ'ৰ এই বিখ্যাত কথাকেইটাই যেন মানি চলিছে কাৰ্বি-আংলং জিলাৰ শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচাৰ বৰেণ্য তথা এগৰাকী বয়োজ্যেষ্ঠ মহিলা শ্ৰীযুতা ইন্দুবালা গোস্বামী মহোদয়াই। এনে উচ্চ চিন্তা-ধাৰাৰ বাবেই তেখেতে চাৰিজনকৈ পুত্ৰক একোজন সুনাগৰিক তথা সমাজৰ প্ৰতিষ্ঠিত ব্যক্তি হিচাবে গঢ়ি তুলিব পাৰিলে।

শিলনিজানৰ মাজেৰে যোৱা ৩৯নং ৰাষ্ট্ৰীয় পথৰ কাষতে এটি বাটচ'ৰা। সেই বাটচ'ৰাৰ নাম ফলকত জিলিকি থাকে শ্ৰীশ্ৰীদিছিৰীগএঞা সত্ৰ আৰু শোভনেশ্বৰী চাহ বাগিচা। শতবৰ্ষ গৰকি অসমীয়া সংস্কৃতিৰ ঐতিহ্যবহন কৰা যেন এটি নাম। ১৯০৩ চনতে গৰমপানী নামবৰ অটব্য অৰণ্যৰ এটি মূৰে শিলনিজানত বসবাস কৰিবলৈ লয় ঁতাৰিণী বল্লভ গোস্বামীদেৱে। তেখেতেই তাত প্ৰতিষ্ঠা কৰে 'দিছিৰীগএঞাঁ' সত্ৰ। এই সত্ৰ প্ৰতিষ্ঠাৰ মাজেৰেই তেখেতে আধ্যাত্মিক চৰ্চা, সমাজ সংগঠন, সংস্কাৰৰ দৰে মানৱীয় মূল্যবোধৰ কৰ্ম কৰি

অঞ্চলটোত এটি সুস্থ বাতাবৰণ গঢ়ি তুলিবলৈ সক্ষম হৈছিল। ইয়াৰ পৰৱৰ্তী কালত ঁতাৰিণী বল্লভ গোস্বামীৰ সুযোগ্য পুত্ৰ ঁচণ্ডিকা বল্লভ গোস্বামীয়ে উক্ত সত্ৰৰ সকলো কাম-কাজ, চাহ বাগিচাৰ কাম চলাই নিয়ে দক্ষতাৰে। তেখেতৰেই সহধৰ্মিনী শ্ৰীযুতা ইন্দুবালা গোস্বামী মহোদয়াই সত্ৰৰ কাম-কাজ, পূজা-পাৰ্বন চলাই নিয়াত স্বামীক পূৰ্ণ সহযোগিতা আগবঢ়ায়। পুৰা গোঁসাই ঘৰখনৰ চাফ-চিকুন, পৰিপাটী পৰিৱেশটোৰ প্ৰতি লক্ষ্য ৰখাটো তেখেতৰ এটা নিত্য-নৈমিত্তিক কাম আছিল। সত্ৰখনলৈ অহা সেৱক তথা বিভিন্ন ব্যক্তিক নিষ্ঠাৰে আপ্যায়নো কৰিছিল। ইয়াৰ লগে লগে নিজ পুত্ৰ কন্যাৰ লালন-পালন, পঢ়া-শুনাৰ ওপৰতো চকু ৰাখিছিল বৰ মনোযোগেৰে। সেই সময়ত সংসাৰৰ গুৰু দায়িত্ব সুচাৰু ৰূপে



পালন কৰা প্ৰতিগৰাকী মহিলাই পৰিয়ালটিৰ অনুকৰণীয় আৰু উদাহৰণীয়ও আছিল। ঘৰত পৰিয়ালৰ কোনো সদস্যৰ অসুখ আদি হ'লে বৰ ঐকান্তিক প্ৰচেষ্টাৰে ইন্দুবালা মহোদয়াই ইয়াৰ পৰা পৰিত্ৰাণ পাবলৈ, সকলো কৰিবলৈ সদা প্ৰস্তুত আছিল। অৰ্থাৎ অতি ধৈৰ্যশীলা এই মহিলাগৰাকীয়ে দৃঢ় মনৰ পৰিচয় নিজ কামৰ মাজেদি দিছিল।

# অনন্যা ইন্দুবালা

সৎ চিন্তা কৰা ইন্দুবালা মহোদয়াই আমি তেখেতৰ ঘৰলৈ গ'লে প্ৰায়ে সোঁৱৰাই দিছিল যে, 'পৰিয়ালৰ লগতে অন্য ব্যক্তি তথা সমাজৰ বাবেও ভাল কাম মানুহে কৰিব লাগে, আনৰ অহিত চিন্তা কৰা অনুচিত, ভাল কৰ্ম কৰি যোৱা ভাল ফল পাবা'। সেয়ে চাগে নিজেও তেখেতৰ স্বামীৰ সামাজিক ভাল কৰ্মত পাৰ্যমানে সহায় তথা উৎসাহিত কৰি আহিছিল।

বৰ্তমান অনুভৱ কৰিববলৈ টান হয় যে প্ৰায় এশ বছৰ আগতেই ঁতাৰিণী বল্লভ গোস্বামী তথা পৰৱৰ্তীকালত তেখেতৰে পুত্ৰ ঁচণ্ডিকা বল্লভ গোস্বামীদেৱে শিলনিজানৰ অটব্য অৰণ্যৰ মাজত চন পৰি থকা মাটিত কুঁহিয়াৰ খেতিৰে কৃষি কৰ্ম আৰম্ভ কৰি বৰ্তমান পুৰুষলৈ লেখত ল'বলগীয়া চাহ খেতি কৰাৰ গৌৰৱ ৰাখি থৈ গৈছে। এনে কৰ্মত ছাঁ টোৰ দৰেই লাগি থাকি তেখেতসকলৰ সুযোগ্যা পত্নীসকলৰ পৰোক্ষ অৱদান, সহযোগিতা আৰু সাহস লেখত ল'বলগীয়া।

স্মৰণযোগ্য যে, মোৰ দেউতা শ্ৰী বদন চন্দ্ৰ বৰুৱা শোভনেশ্বৰী চাহ বাগিচাৰ দাঁতিকাষৰীয়া নামবৰ নদীৰ চাহ বাগিচাৰ কৰ্মচাৰী আছিল আৰু তেতিয়াৰে পৰা এই পৰিয়ালৰ লগত ঘৰুৱা এক সম্পৰ্ক আছিল। দেউতা গ'লে বৰ আগ্ৰহেৰে তেখেতসকলে আপ্যায়ন কৰাৰ কথা সোঁৱৰে। পুৰণি কথা মনত পেলাই মোৰ দেউতাই জনায় যে, ৭০ দশকমানৰ পৰা উক্ত চাহ বাগিচাত বিভিন্ন পূজা-পাৰ্বনৰ উপৰিও ডাঙৰকৈ ৰাস অনুষ্ঠিত কৰা হয়। তেতিয়া 'ৰক্ষ কুমাৰ' নাটকখন তাত অনুষ্ঠিত কৰা হৈছিল অগণন ৰাইজৰ উপস্থিতিত। দেউতাই মোক এই প্ৰৱন্ধটো লিখি থাকোঁতে জনালে যে, সেই ৭০ দশকত কাৰ্বি-আংলং জিলাৰ পুৰণা বৰপথাৰত অনুষ্ঠিত হোৱা একমাত্ৰ দূৰ্গা পূজা ভাগত বচা বচা ব্যক্তি সকলক লৈ 'ৰক্ষ কুমাৰ' নাটকখন কৰা হৈছিল। এই নাটক চাবলৈ অগণন মানুহ সমবেত হৈছিল তাত। আৰু আচৰিত কথা গছৰ ওপৰত উঠিও মানুহে নাটকখন চাইছিল।

এই নাটকখনৰ সকলোৰে অভিনয় চাই আপ্লুত হৈ শোভনেশ্বৰী চাহ বাগিচাৰ অধিকাৰী ঁচণ্ডিকা বল্লভ গোস্বামীদেৱে চাহ বাগিচাখনত ৰাস পূজাত উক্ত নাটকখন মঞ্চস্থ কৰিববলৈ নিমন্ত্ৰণ কৰে। উক্ত নাটকখনত ৰাম চৰিত্ৰত অভিনয় কৰিছিল মোৰ দেউতাই আৰু ৰাৱণ চৰিত্ৰটো কৰিছিল বৰপথাৰ আৰক্ষী চকীৰ বিষয়া মানিক মহন্তদেৱে। শান্তিপুৰৰ বাসিন্দা যোগেন দত্তদেৱে 'সুপৰ্ণখা', ঁচন্দ্ৰকান্ত

মহন্তই ‘কালমেনী’, শ্ৰীযুত অম্বিকা বল্লভ গোস্বামীদেৱে ‘সীতা’ৰ চৰিত্ৰত অভিনয় কৰি ৰাইজৰ বিপুল সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছিল।

ঘৰ এখনৰ সকলো কাম নিয়াৰিকৈ পৰিচালনা কৰি এনে নাটকো মনোযোগেৰে চাইছিল আৰু মোৰ দেউতাক শ্ৰীযুতা ইন্দুবালা মহোদয়াই পাছত নাটকখনৰ অভিনয় সুন্দৰ হোৱা কথা কৈছিল। তেখেতে কৈছিল— ৰাম আৰু ৰাৱণৰ চৰিত্ৰত অভিনয় অতি সুন্দৰ হৈছে। সেয়ে দেউতাক একাপ চাহ একেলগে খাবলৈ নিমন্ত্ৰণ কৰি উৎসাহ যোগাইছিল। এইয়া তেখেত সকলৰ উদাৰমন তথা মানুহক ভাল কৰ্ম কৰি যাবলৈ দিয়া মহান প্ৰেৰণা বুলি দেউতাই আজিও অনুভৱ কৰে। যোগ্যজনক শলাগ লোৱাটো পৰিয়ালটিৰ সদস্য সকলৰ অন্য এক গুণ আছিল।

শ্ৰীযুতা ইন্দুবালা গোস্বামী মহোদয়াৰ পুত্ৰৰ পৰা জানিব পৰা মতে চণ্ডিকা বল্লভ গোস্বামীদেৱৰ আইতাক শোভনেশ্বৰী মহোদয়াই সাঁচিপাতৰ পুথিত ‘শিৱ পুৰাণ’, ‘বিষ্ণু পুৰাণ’, ‘কালিকা পুৰাণ’ আদি লিখি থৈ গৈছে। তেতিয়াৰ দিনতে আমাৰ ৰক্ষণশীল সমাজখনৰ এগৰাকী মহিলাই সাঁচিপাতৰ পুথি লিখাটো অসমত অতি বিৰল কৰ্ম বুলি বিবেচিত হৈছে। সেয়ে ইয়াৰ পৰৱৰ্তীকালত এনে এটি পৰিয়ালৰ বোৱাৰী হিচাবে বা মহিলা হিচাপে শ্ৰীযুতা ইন্দুবালা মহোদয়াই যিমান পাৰে পৰিয়ালটোৰ প্ৰতিজন সদস্যকে মানৱীয় মূল্যবোধেৰে গঢ়ি তোলাটো তেখেতৰ এক অনন্য কৃতিত্ব বুলি সকলোৱে অনুভৱ কৰিছে। আমি ভাবো এই বিশিষ্ট মহিলাগৰাকীয়ে নিশ্চয় আব্ৰাহাম লিংকনৰ এই কথাফাঁকি মানি চলে— “When I do good, I feel good, when I do bad, I feel bad, that’s my religion” সেয়ে চাগে তেখেতে ঘৰৰ ভিতৰতেই হওঁক বা বাহিৰতেই হওঁক ভাল কাম কৰি যাবলৈ চেষ্টা কৰিছে।

শেষত এনে মহান মহিলাগৰাকীৰ সু-স্বাস্থ্য কামনা কৰি সেৱা জনালোঁ।

# মা আশিস দিয়া....

—অপূৰ্ব বল্লভ গোস্বামী, মাজুপুত্ৰ



(গোলাঘাট বাণিজ্য মহাবিদ্যালয়ৰ তোৰণ উন্মোচন কৰাৰ মুহূৰ্তত পুত্ৰ অপূৰ্ব আৰু ইন্দুবালা)

'মা' বুলি কেতিয়া মাতিছিলো সেইদিনটো মনত নাই। মনত নথকাটোৱেই স্বাভাৱিক। 'মা'ৰ মমতা যেতিয়াই বুজি পাইছিলোঁ তেতিয়াই 'মাতৃ' শব্দটো উপলব্ধি কৰিব পাৰিছিলোঁ।

"মায়ের একফোটা দুধের ঋণ
শুধ হবেনা কোনো দিন।"
(বাংলা বাউল সংগীত)

মোৰ জন্মৰ সময়চোৱা আছিল মাৰ বাবে অন্যতম সংশয় আৰু কষ্টকৰ সময়। কিয়নো মই গৰ্ভত থাকোঁতেই হেনো পিতৃদেৱতা চণ্ডিকা বল্লভ গোস্বামী (দেউ) জণ্ডিছ ৰোগত আক্ৰান্ত হৈ দীৰ্ঘদিন ধৰি চিকিৎসা গ্ৰহণ কৰিবলগা হৈছিল। উল্লেখ্য যে পিতৃদেৱতাক মই 'দেউ' বুলি সম্বোধন কৰিছিলো। সেইসময়ৰ গোলাঘাটৰ একমাত্ৰ উন্নত চিকিৎসালয় কুশল কোঁৱৰ অসামৰিক চিকিৎসালয়ত ভৰ্তি হৈ চিকিৎসা গ্ৰহণ কৰি থকা দেউকো গৰ্ভাৱতী অৱস্থাতেই মায়ে শুশ্ৰূষা

কৰিছিল। মাৰ মুখৰ পৰা শুনিছোঁ, মোৰ জন্মৰ পিছৰে পৰা চিকিৎসালয়ত চিকিৎসাধীন হৈ থকা দেউৰ অসুখ লাহে লাহে ভাল হ'বলৈ ধৰিছিল। সেয়েহে সেইসময়ত মোক চাবলৈ চিকিৎসালয়লৈ যিসকল শুভাকাংক্ষী আহিছিল সকলোৱেই সৌভাগ্যৱান সন্তান বুলি আমাক আশীৰ্বাদ দিছিল। দেউ আৰু মাৰ মোৰ জন্মৰ সময়ত হোৱা কষ্টৰ কথাই এতিয়াও হৃদয়ৰ কোনো এক নিভৃত কোণত মোক যন্ত্ৰণা দি যায়।

শিলনিজানৰ বাগিচাৰ পৰিৱেশতে আমি আটাইকেইটা সন্তান ডাঙৰ-দীঘল হৈছিলোঁ। দেউ চাহ বাগিচাৰ কামত জড়িত থাকিব লগা হোৱাত সকলো সময়তে আমাৰ ওপৰত মাৰ দৃষ্টি আছিল অধিক। মাৰ পৰাই আৰম্ভ হৈছিল আমাৰ পঢ়াশলীয়া আদিপাঠ অ, আ, ক, খ... । সেয়ে আমাৰ মা মোৰ বাবে আছিল প্ৰথম শিক্ষাগুৰু। পিছতহে পিতৃদেৱ আৰু আনুষ্ঠানিক শিক্ষকসকল। মায়ে পৰালৈকে আমাৰ স্কুলীয়া শিক্ষাৰ তত্বাৱধান লৈছিল আৰু পিছলৈও আমি কি পঢ়িম, নপঢ়িম তেনেবোৰ বিষয়লৈও বিজ্ঞজনৰ সৈতে আলোচনা কৰি জানি বুজি আমাক কঠোৰ অনুশাসন আৰু সস্নেহেৰে বাট বুলিবলৈ শিকাইছিল। অকল যে শৈক্ষিক দিশতে গুৰুত্ব দিছিল এনে নহয়—যিখিনি কৰিলে সন্তানক একোজন সু-সন্তান কৰি গঢ়ি তুলিব পাৰি তেনে চেষ্টাৰ ক'তোৱেই ত্ৰুটি কৰা নাছিলে মোৰ পিতৃদেৱতা আৰু মায়ে। মায়ে আমাক স্কুল যোৱাৰ আগতেই পথাৰত জলপান দিবলৈ পঠোৱা, বজাৰ সমাৰ কৰিবলৈ দিয়াৰ লগতে ঘৰুৱা ইটো-সিটো কামো কৰিবলৈ শিকাইছিল। এনেবোৰ কামৰ পৰাই শ্ৰমৰ মৰ্যদা শৈশৱ কালতেই উপলব্ধি কৰিবলৈ শিকিছিলোঁ।

পিতৃ-মাতৃৰ সন্তানৰ প্ৰতি থকা দায়িত্ব আৰু কৰ্তব্যৰ কথা দোহৰাৰ প্ৰয়োজন নাই। মোৰ প্ৰয়াত দেউতাই মই তৃতীয় শ্ৰেণীত থকাৰ সময়ত মাজৰাতি মোৰ বমি হৈ লেবেজান হোৱা অৱস্থাত শিলনিজান বাগিচাৰ ওচৰৰ গিৰিধাৰী লাল আগৰৱালাৰ দোকানৰ পৰা 'সংকট মোচন' নামৰ ঔষধটো আনি মোক খুৱাই দিয়াৰ লগতে ওৰে ৰাতি পিতৃদেৱতা, মা আৰু ৰেবা পেহীয়ে উজাগৰে কটোৱা কথা এতিয়াও মোৰ মানসপটত ভাঁহি আছে।

১৯৮২ চনৰ ১১ মাৰ্চত এক পথ দুৰ্ঘটনাত মোৰ 'দেউ'ৰ গুৰুতৰভাৱে আহত হৈ গোলাঘাট কুশল কোঁৱৰ অসামৰিক চিকিৎসালয়ত ভৰ্তি হৈছিল।

২০ মাৰ্চৰ সন্ধিয়া মা আৰু মোৰ উপস্থিতিতেই চিকিৎসাধীন অৱস্থাতে দেউ চিৰদিনৰ বাবে আমাৰ মাজৰ পৰা আঁতৰি গ'ল। দেউ হঠাতে আমাৰ মাজৰ পৰা নাইকিয়া হোৱাত মাৰ ওপৰত আকাশী সৰগ ভাগি পৰিছিল। কিয়নো উক্ত বৰ্ষৰে ১৩ মে'ত মোৰ ডাঙৰ বাইদেউ অনিমাৰ বিয়াৰ দিন দেউৱে ধাৰ্য কৰি থৈ গৈছিল। এনে আকস্মিক আঘাত, অনাকাংক্ষিত দুৰ্যোগ মায়ে অসীম ধৈৰ্য আৰু সাহসেৰে চম্ভালিব লগা হয়। দেউৱে ঠিক কৰা দিনটোতেই বাইদেউৰ



১৯৮৮ চনত এলাহবাদৰ ত্ৰিৱেণী সংগমত স্বামীৰ অস্থি বিসৰ্জনৰ অন্তত পুত্ৰ অপূৰ্ব আৰু ইন্দুবালা

বিয়া সুকলমে সমাপন হয়। সেইসময়ত ৰেবা পেহীৰ বান্ধৱী মৰঙীৰ দেৱযানী বাইদেউ, তেওঁৰ কন্যা ৰুণজুণ, কণমাই বাইদেউ, শ্যামৰায়পুৰ বাগিচাৰ স্বত্বাধিকাৰ মাখন গোস্বামী, অতুল পেহা, সৰু মামা, অকণি মামা, তুলতুল মামাকে ধৰি অনেক আত্মীয়-কুটুম্ব লোক বিয়াত ওৰে নিশা উপস্থিত থাকি কৃতাৰ্থ কৰিছিল। মায়ে দেউৰ সংসাৰখনৰ ইটো-সিটো বহুতো সমস্যা মূৰ পাতি লোৱাৰ লগতে ব্যৱসায়ো চম্ভালিব লগা হৈছিল। এই কাৰ্য মাৰ বাবে যেন কঠোৰ অগ্নি পৰীক্ষাহে আছিল। মায়ে সাহস, সততা আৰু বিচক্ষণতাৰে এই জটিল কাৰ্য অতি নিয়াৰিকৈ সম্পাদন কৰিছিল। আজিও মোৰ ভাবিলে আচৰিত লাগে এগৰাকী সহজ-সৰল মনৰ মানুহ হৈয়ো মায়ে কেনেকৈ এই সকলোবোৰ সুচাৰুৰূপে ধৰি ৰাখি সফলতাৰে পৰিচালনা কৰিলে। হয়তো মাৰ প্ৰৱল আত্মবিশ্বাস, কঠোৰ পৰিশ্ৰম,

ভগৱান আৰু মানুহৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা-ভক্তিয়েই আছিল এই শক্তিৰ উৎস।

ভগৱানৰ ওপৰত গভীৰ আস্থা থকাৰ বাবেই হয়তো মায়ে আমাৰ গোঁসাই ঘৰটো পুনৰ নিৰ্মাণ কৰাত গুৰুত্ব দিছিল। ভগৱানৰ ওপৰত মাৰ এনে শ্ৰদ্ধা ভক্তি দেখি আমিও অভিভূত হৈছিলো। মাক গোঁসাই ঘৰ নিৰ্মাণত সহযোগিতা আগবঢ়োৱাৰ লগতে আমি ৰাজস্থানৰ জয়পুৰলৈ গৈ মাৰ্বল পাথৰৰ ৰাধা-কৃষ্ণৰ যুগল মূৰ্তি, লক্ষী, সৰস্বতী, গণেশ, বিষ্ণু, বিশ্বকৰ্মা, শিৱলিংগ আনি আমাৰ গোঁসাইঘৰত প্ৰতিষ্ঠা কৰোৱাইছিলোঁ। এই কাৰ্য সম্পূৰ্ণ হৈ উঠাত মাৰ মুখৰ সন্তোষৰ হাঁহিটো এতিয়াও মোৰ চকুত ভাঁহি থাকে।

মোৰ চফল ডেকাকালৰ দিনকেইটাত ব্যৱসায়িক মনটোৱে এদিন ট্ৰাকৰ ব্যৱসায়ৰ কথা চিন্তা কৰিলো। এই ব্যৱসায়ত জড়িত হৈ পৰাৰ পাছত ওৰে নিশা ট্ৰাকত গৈ থকা অৱস্থাত মায়ে ঘৰত উজাগৰী নিশা কটোৱাৰ কথা জানিব পাৰি সেই ব্যৱসায়ৰ সিমানতে অন্ত পেলালোঁ। গোলাঘাট-গুৱাহাটীলৈ যাত্ৰীবাহী বাছৰ ব্যৱসায়ৰ কথা আমাৰ মনলৈ অহাত মাৰ লগত আলোচনাত বহিলোঁ। ১৯৯০ চনৰ ২৩ ফেব্ৰুৱাৰী (শুক্ৰবাৰ) শিৱৰাত্ৰিৰ দিনাৰ পৰাই আৰম্ভ হোৱা 'নামবৰ ট্ৰেভেলছ' নামৰ বাচৰ ব্যৱসায় বৰ্তমান আমাৰ ভাতৃদ্বয় অৰূপ আৰু অমিতাভৰ তত্বাৱধানত সুন্দৰকৈ চলি আছে। মাৰ মনত আনন্দ দিব পৰাটো তেতিয়া যেন আমাৰ জীৱনৰ মূল উদ্দেশ্য আছিল। এনে এগৰাকী মাতৃৰ সন্তান হৈ জন্ম হোৱাতো আমাৰ বাবে পৰম সৌভাগ্যৰ কথা।

বিভিন্ন ধৰণৰ সামাজিক, শৈক্ষিক, সাংস্কৃতিক ক্ষেত্ৰখনৰ লগত মা জড়িত হৈ আছিল। নিজৰ কায়িক, মানসিক, আৰ্থিক অনুদানেৰে এইসমূহ আগবঢ়াই নিয়াৰ ক্ষেত্ৰত মায়ে কোনোদিন ত্ৰুটি কৰা নাছিল। এইক্ষেত্ৰত সমাজৰ পিচপৰা দৰিদ্ৰ, নিষ্পেষিত শ্ৰেণী বা দিশটোৰ প্ৰতি মা অধিক সচেতন আছিল। যাৰবাবে মায়ে পিতৃদেৱতা চণ্ডিকা বল্লভ গোস্বামীৰ স্মৃতিত এটি বঁটা প্ৰদানৰ সিদ্ধান্ত গ্ৰহণ কৰে। ১৯৯৭ চনৰ ২২ জুনত মৰাণৰ লংৰৈ পথাৰৰ প্ৰয়াত ইন্দ্ৰকান্ত দুৱৰা দেৱক দেউৰ স্মৃতিত এই বঁটা প্ৰদান কৰা হয়। ইন্দ্ৰকান্ত দুৱৰা দেৱে জাতীয় সংস্কৃতি আৰু আধ্যাত্মিকতাৰ মাজেৰে সমাজৰ অৱহেলিত শ্ৰেণীকো মৰ্যদা সম্পন্নভাৱে জীয়াই থকাৰ ক্ষেত্ৰত নিৰৱচ্ছিন্নভাৱে আগবঢ়োৱা সেৱা

অতুলনীয় আছিল।

বুজিব পৰা হোৱাৰে পৰা দেখি আহিছো পুৱাৰ ভাগতে মায়ে গোঁসাই ঘৰৰ নিত্য-নৈমিত্তিক পূজা পাঠ কৰিহে ৰান্ধনী ঘৰৰ কাম হাতত লয়। ঈশ্বৰৰ প্ৰতি এই অগাধ ভক্তি আৰু বিশ্বাসক মূলধন হিচাবে লৈ মায়ে আমাৰ সকলোৰে বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰে। মোৰ বাবে এক গৌৰৱৰ বিষয় যে, মায়ে বিভিন্ন তীৰ্থক্ষেত্ৰ সমূহ ভ্ৰমণ কৰোঁতে সততে মোক লগত লৈ ফুৰিছিল। এইখিনিতে ১৯৮৮ চনৰ এক স্মৰণীয় কথা মনলৈ আহিছে। সেইসময়ত প্ৰয়াত দেউতাৰ পিণ্ডদানৰ বাবে মাৰ সৈতে গঁয়ালৈ গৈছিলোঁ। গঁয়াৰ ফল্গু নদীৰ পাৰত, বিষ্ণুপদ আৰু বটবৃক্ষত পিণ্ডদান কৰোঁতে মা সমগ্ৰ দিনটো আমাৰ লগতেই আছিল। পিণ্ডদান কৰি বিয়লি মাক লৈ বুদ্ধগঁয়াত উপস্থিত হৈছিলোঁ। বটবৃক্ষ (বোধিদ্ৰোম)ত প্ৰদক্ষিণ কৰি থকা অৱস্থাত হঠাতে মায়ে ভাৰসাম্য হেৰুৱাই পকী মজিয়াত ঢলি পৰে। কিন্তু কি আচৰিত গুৰুতৰ আঘাত হ'ব পৰাকৈ পিচলি পৰাৰ পিছতো মাৰ সামান্য আঘাতো হোৱা নাছিল। পৰি থকাৰ পৰা তুলি ধৰাত মাক মোৰ লগতে কেইবাগৰাকীও বুদ্ধ ভিক্ষুয়ে সহায় কৰিছিল। মায়ে কোনো শাৰীৰিক কষ্ট নোপোৱাত ভিক্ষুসকলে মৈত্ৰী ভাৱনাৰে ভগৱান বুদ্ধৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিছিল।

পুনৰ এবাৰ ২০০৫ চনত মোৰ মাৰ সৈতে আমাৰ পুত্ৰ, পৰিবাৰক লৈ



পৰশুৰামকুণ্ড দৰ্শনৰ বাবে গৈছিলোঁ। আমাৰ ওভটনি যাত্ৰাত এক সম্ভাব্য পথ দুৰ্ঘটনাৰ পৰা কথমপিহে ৰক্ষা পৰিছিলোঁ। এই ৰক্ষা হয়তো মাৰ ভগৱানৰ প্ৰতি থকা গভীৰ আস্থাৰ বাবেই সম্ভৱ হৈছিল। মাতৃৰ আজ্ঞা পালন কৰি আমি হিমালয়ৰ পৱিত্ৰধাম বদ্ৰীনাথ, ৰাজস্থানৰ ব্ৰহ্মা মন্দিৰ পুষ্কৰতীৰ্থ আৰু হাৰিয়ানাৰ কুৰুক্ষেত্ৰত পিতৃদেৱতাৰ তৰ্পণ আৰু পিণ্ডদান কৰা হৈছিল।

পিতৃ-মাতৃ বন্দনা বৰ্ণনাৰ কোনোদিনেই অন্ত নপৰে। আমাৰ পিতৃদেৱতা কম বয়সতে আমাৰ মাজৰ পৰা আঁতৰি গ'ল। পিতৃৰ অবৰ্তমানত পৰিয়ালৰ সকলো দায়িত্ব মায়ে বহন কৰিব লগা হৈছিল। মাৰ পুৱাৰ কাম-কাজ বেলি উঠাৰ আগতেই আৰম্ভ হয় আৰু ৰাতি সকলো শুই পৰাৰ পিছতহে অন্ত পৰে। সেয়াই আমাৰ মা। পৃথিৱীত মাতৃয়েই আটাইতকৈ নিঃস্বাৰ্থ। সন্তান জন্ম দি সুকলমে জীয়াই থকাৰ পথ দেখুৱাই মনত শান্তি লাভ কৰে। সেইবাবেই হয়তো শাস্ত্ৰতো উল্লেখ আছে মাতৃৰ ঋণ কেতিয়াও শুজিব পৰা নাযায়। মাকে সন্তানক হিয়া উজাৰি দিয়েহে। সেইবাবে আজিও মাতৃৰ চৰণ স্পৰ্শ কৰি ক'বৰ মন যায়— 'দিয়া আই আশিস দিয়া, তোমাৰ আশিসেৰেই মই জীৱনৰ বাট বুলিছো আৰু সেই আশিস চিৰদিন দি থাকা যেন আই। এইয়ে তোমাৰ ওচৰত মোৰ কাতৰ মিনতি।'

শেষত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ অন্তৰ্গত গোলাঘাট জিলা লেখিকা পৰিষদে আমাৰ মাতৃ ইন্দুবালা গোস্বামীৰ জীৱিত কালতে এখনি অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত লোৱাতো আমাৰ বাবে এক সৌভাগ্যৰ বিষয়। আজিৰ এই শুভক্ষণত লেখিকা পৰিষদৰ এই প্ৰচেষ্টাৰ বাবে সকলো সন্মানীয় বিষয়ববীয়ালৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ মায়ে সুস্বাস্থ্য আৰু দীৰ্ঘায়ু লাভ কৰি আমালৈও আশিস প্ৰদান কৰি কৰক। কাৰণ জীৱন বাটত মাৰ আশীৰ্বাদেই আমাৰ প্ৰধান সম্বল।

" ভূমে গৰীয়সী মাতা
স্বৰ্গাদুচ্চৰত পিতা
জননী জন্মভূমিশ্চ
স্বৰ্গাদপি গৰীয়সী"

# মোৰ দৃষ্টিত মমতাময়ী নাৰী ইন্দুবালা গোস্বামী

—দিপ্তী দেৱী, শুভাকাংক্ষী
শিলনিজান

মমতাময়ী নাৰী ইন্দুবালা গোস্বামী (বৰমা)ৰ বিষয়ে মোৰ সম্যক দৃষ্টিভংগীৰে তেখেতৰ লগত অতিবাহিত কৰা সেই সময় খিনিৰ কিছু কথা লিখিবলৈ হাতত কলম তুলি লৈ নিজকে ধন্য মানিছোঁ।

১৯৫৩ চনৰ ২৮ এপ্রিলত ১৯ বছৰ বয়সত যুগ্মজীৱনৰ পাতনি মেলা নগাঁৱৰ জীয়ৰী 'ইন্দুবালা গোস্বামী' বিবাহসূত্রে শিলনিজানৰ দিছিৰীগঞাঁ সত্রৰ 'চণ্ডিকা বল্লভ গোস্বামী' দেৱৰ পত্নীৰূপে কার্বি-আংলং জিলাৰ বোৱাৰী হৈ পৰে। অতি কম বয়সতে শাহু, ননদ দেওৰে ভৰা এটি পৰিয়ালৰ বৰবোৱাৰীৰ দায়িত্ব পালন কৰিব লগা হয়।

তেখেতৰ বিষয়ে লিখিবলৈ লৈ আজি মোৰ মনত সৰুকালৰ বহু স্মৃতিয়ে জোঁকাৰি গৈছে। 'শ্রীশ্রী দিছিৰী গঞাঁ সত্র'ৰ লগতে তেখেত সকলৰ 'শোভনেশ্বৰী' নামৰ এখন চাহ বাগিচা আছে। মোৰ দেউতা স্বর্গীয় মহেন্দ্রনাথ শর্মা (মহৰী হিচাপে) সেই বাগিচাতে কর্মৰত আছিল। সেই চিনাকিৰে তেখেতসকলৰ ঘৰখনৰ লগত আমাৰ ঘৰৰ সম্পর্ক গঢ়ি উঠিছিল আৰু মই তেখেতক 'বৰমা' বুলি সম্বোধন কৰিছিলোঁ। মনত থকা দিনৰ পৰাই দেউতাই কামলৈ যাওঁতে মোৰ স্কুল বন্ধৰ সময়ত লগত লৈ যায় মাজে মাজে। দেউতাই বৰদেউতাৰ লগত কামৰ কথা পাতি মোক বৰমাৰ ওচৰত থৈ কামলৈ গুচি যায়। আই, বৰদেউতা, বৰমা, খুৰা-খুৰী, পেহী, দুজনী বাইদেউ আৰু চাৰিজন দাদাৰ সৈতে এখন মৰমেৰে ভৰা ঘৰ। মই বৰদেউতাক অলপ ভয় কৰিছিলো আৰু দাদাহঁতলৈ লাজ কৰিছিলোঁ। গতিকে বৰমা, পেহী আৰু বাইদেউৰ লগত ইটো কোঠাৰ পৰা সিটো কোঠালৈ ঘূৰি ফুৰি সময় পাৰ কৰিছিলোঁ।

বৰমা হঁতৰ ঘৰত পোৱা মৰমে আজিও মোৰ দুচকু সেমেকাই তোলে। বৰমাক যেতিয়াই লগ পাওঁ তেতিয়া গোঁসাই ঘৰ আৰু পাকঘৰৰ কামতে ব্যস্ত

থকা দেখা পাইছিলো।

ভগৱানৰ ওপৰত আছিল বৰমাৰ অগাধ বিশ্বাস। ৰাতি পুৱাৰ সময়খিনি গোঁসাই ঘৰৰ কাম কৰি বৰদেউতাৰ নিত্য পূজাৰ শেষত সেৱা লৈ পাকঘৰত সোমায়। বাৰটা মাহত তেৰটা পূজা পাৰ্বনেৰে ঘৰখনত সদায় এক উৎসৱমুখৰ পৰিৱেশে বিৰাজ কৰি থাকে। বাৰ্ষিক ৰাস পূজাভাগ ঘৰৰ চৌহদত থকা নামঘৰত ডাঙৰকৈ পাতিছিল আৰু কালীপূজা ভাগ হৈছিল বাগিচাৰ কলঘৰৰ ওচৰত। বংশ পৰিয়াল, ওচৰ-চুবুৰীয়াৰ লগতে বাগানৰ সকলো শ্ৰমিককে নিমন্ত্ৰণ কৰিছিল।

এটা সম্ভ্ৰান্ত পৰিয়ালৰ বোৱাৰী যদিও বৰমা সাধাৰণভাৱে থাকে। সহজ সৰল অমায়িক বৰমাই সকলোকে দিছিল মান্যানুসাৰে শ্ৰদ্ধা আৰু মৰম। ওচৰ চুবুৰীয়া প্ৰতিটো পৰিয়ালৰ খবৰ ৰাখিছিল বৰমাই। বিপদ আপদত নিজে গৈ খবৰ কৰিছিল। বাগিচাৰ শ্ৰমিক পৰিয়ালৰো সুখ-দুখৰ সমভাগী হৈছিল। সকলো ব্যস্ততাৰ মাজতো বৰমাৰ মুখৰ হাঁহিটো কেতিয়াও ম্লান পৰা নাছিল। ঘৰ পৰিয়ালৰ ব্যস্ততাৰ মাজৰ আজৰি সময়ত শাক-পাচলি বাৰীখনৰো তদাৰক কৰিছিল। বতৰৰ সকলো ফল আৰু শাক-পাচলিৰে উভৈনদী আছিল। পান-তামোল, কল-নাৰিকলেৰে পৰিপূৰ্ণ এখন সুন্দৰ বাৰী। গছৰ কল, আম, লিচু আদি ওচৰ চুবুৰীয়াকো বিলাই ভাল পাইছিল। সেইদৰে গোহালিত আছিল কেইবাজনীও জাৰ্চি গৰু তাৰ চোৱাচিতা কৰিবলৈ আছিল 'নৰবাহাদুৰ' নামৰ এজন নেপালী সম্প্ৰদায়ৰ লোক। বেপাৰীয়ে গৈ ঘৰৰ পৰাই গাখীৰ আনিছিল বিক্ৰী কৰিবলৈ। বৰমাৰ মৰম মিহলি তদাৰকৰ পৰা বহুত কথা শিকিবলগা আছে।

বৰমা যিদৰে নিজে সুশিক্ষিত আছিল ঠিক সেইদৰে সন্তানকো উচ্চ শিক্ষাৰে শিক্ষিত কৰিলে। শিক্ষাগ্ৰহণৰ বাবে সকলোকে উপদেশ দিছিল। আইনাম, গোঁসাই নাম, বিয়ানাম আদিতো আছিল বৰমাৰ অনেক দক্ষতা। প্ৰচাৰ বিমুখতা বৰমাৰ এক স্বভাৱসুলভ বৈশিষ্ট্য।

১৯৮২ চনৰ ২০ মাৰ্চত এক পথ দুৰ্ঘটনাত স্বামী চণ্ডিকা বল্লভ গোস্বামীয়ে চিৰ দিনৰ বাবে এই সংসাৰৰ পৰা বিদায় লয়। উকা হৈ গ'ল বৰমাৰ শিৰৰ দগমগীয়া সেন্দুৰৰ ৰং। ম্লান হৈ পৰিল বৰমাৰ মুখৰ হাঁহি। অকাল বৈধব্য যাতনা বুকুত লৈয়ে মাক আৰু দেউতাক দুয়োৰে দায়িত্ব পালন কৰি গ'ল বৰমাই। লগতে আহি পৰিল বাগিচা পৰিচালনাৰ দায়িত্ব। বৰমাৰ চেষ্টা আৰু ত্যাগেৰে



(ঘৰুৱা পৰিৱেশত ননদ ৰেবা, কন্যা পূৰ্ণিমা, ডাঃ ভূপেন ভূঞাৰ পত্নী ডেইজী ভূঞা, বোৱাৰী মমী আৰু ইন্দুবালা)

চাৰি পুত্ৰই সমাজত প্ৰতিষ্ঠা লাভ কৰিবলে সক্ষম হয়। দুই কন্যা অনিমা বাইদেউ আৰু পূৰ্ণিমা বাইদেউক বিয়া দি লাভ কৰিলে কন্যাদানৰ আনন্দ। পুত্ৰ-বোৱাৰী, জী-জোঁৱাই, নাতি-নাতিনীৰে পৰিপূৰ্ণ সংসাৰখন দেখি চাগে নিয়তিৰে সহ্য নহ'ল। অকালতে কাঢ়ি নিলে ডাঙৰ জোঁৱাই, ননদ ৰেবা পেহী আৰু সৰু জী পূৰ্ণিমা বাইদেউক। সকলো দুখকে ঈশ্বৰৰ আশীৰ্বাদ ৰূপে লৈ অবিৰত জীৱন যাত্ৰাৰে আগবাঢ়ি গৈ বৰমাই কৰি গৈছিল সমাজৰো বহু কাম।

ইন্দুবালা গোস্বামী সত্ৰাধিকাৰৰ পত্নী, সুযোগ্য সন্তানৰ মাতৃ বা সাদৰী শাহুৱেকেই নহয়, তেখেত নাৰী জাতিৰ এক জীৱন্ত আদৰ্শ। এইগৰাকী দেৱীতুল্য নাৰীৰ বিষয়ে মোৰ সম্যক জ্ঞানেৰে স্মৃতিৰ দুটা কথা লিখাৰ সুবিধা দিয়াৰ বাবে নিজেই গৌৰান্বিত অনুভৱ কৰিছোঁ।

ভগৱানে তেখেতক সুস্বাস্থ্যৰ অধিকাৰী কৰি দীৰ্ঘায়ু কৰক, সকলোৰে হৃদয়ত মমতাময়ী দেৱী হৈ জিলিকি থাকক। এইয়া ভৱগানৰ ওচৰত মোৰ প্ৰাৰ্থনা আৰু ইন্দুবালা গোস্বামী বৰমাৰ চৰণ যুগলত সশ্ৰদ্ধ প্ৰণাম।

# ইন্দু পেহীলৈ অভিনন্দন

—মিনাক্ষী গোস্বামী
নগাওঁ, আমোলাপট্টি

সিদিনা হঠাতে অপুতি দাই ফোন কৰিলে। অপুতি দা মোৰ পেহীৰ ল'ৰা। ভাল-বেয়া খা-খবৰ লোৱাৰ পাছত ক'লে, মমী মাৰ জীৱনৰ ওপৰত এখন অভিনন্দন গ্ৰন্থ উলিয়াব খুজিছে তুমিও কিবা অলপ লিখিবা। মোৰ সিমান লিখা মেলা কৰাৰ অভ্যাস নাই। তাৰ মাজতে কেইটিমান কথা পেহীৰ বিষয়ে আইতা আৰু দেউতাৰ মুখে শুনিছিলোঁ। কামপুৰৰ সম্ভ্ৰান্ত মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব ঁগোলোকচন্দ্ৰ গোস্বামী আৰু ঁগৌৰীপ্ৰিয়া গোস্বামীৰ চতুৰ্থ সন্তান ইন্দুবালা গোস্বামীৰ ১৯৩৩ চনত জন্ম হয় কামপুৰৰ এটা এতি জনপ্ৰিয় আৰু অভিজাত পৰিয়ালত। বৃটিছ চৰকাৰৰ দিনত দেউতাক আছিল ৰায়চাহাব। আইতাই কৈছিল তেতিয়াৰ দিনত বোলে ৰাস্তাইদি মানুহ অহা-যোৱা কৰিলে তেওঁলোকৰ পদুলি মুখত ছাতি, জাপি আদি নমায় সন্মান জনায়। তেনে এটা খ্যাতি সম্পন্ন পৰিয়ালৰ জীয়াৰী আছিল ইন্দুবালা। সেইসময়ত নাৰী শিক্ষাৰ প্ৰতি গুৰুত্ব দিয়াতো মন কৰিবলগীয়া কথা কামপুৰত প্ৰাথমিক শিক্ষা শেষ কৰাৰ পিছত তেতিয়া সেই ঠাইত উচ্চ শিক্ষাৰ ব্যৱস্থা নথকাত ঘৰতে শিক্ষা কাৰ্য চলাই যোৱাৰ সুবিধা কৰি দিছিল ঘৰুৱা শিক্ষকৰ সহায়ত। সুন্দৰ হাতৰ আখৰৰ বাবে কলপাতত আখৰ লিখিবলৈ শিকোৱা হৈছিল। সচৰাচৰ বিবাহৰ নিয়ম অনুসৰি কম বয়সতে ইন্দুবালা গোস্বামীৰো বিবাহ সম্পন্ন হয় শিলনিজানৰ দিছিৰীগএগাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত ১৯৫৩ চনত। তেতিয়াৰ দিনতে সেই বিয়া বহু আড়ম্বৰপূৰ্ণ আছিল। বৰঢোল, বেণ্ডপাৰ্টি আদিৰ মাতত কামপুৰৰ পাচনিজাৰ কেইবাদিনলৈ ৰজনজনায় থাকে।

যুগ্মজীৱনৰ পাতনিতে এখন ভৰপূৰ পৰিয়ালৰ সকলোৰে আদৰৰ বৰবোৱাৰী হিচাবে ইন্দুবালা গোস্বামীয়ে সাংসাৰিক দায়িত্ব সুচাৰুৰূপে পালন

কৰি গৈছিল। নিজৰ গৃহতে শিকি অহা অমায়িকতা, সহজ-সৰল, সৎ প্ৰবৃত্তি, নৈতিকতা থকা আৰু সৰবৰহী আচৰণৰ বাবে আজিও সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ। দুগৰাকী কন্যা আৰু চাৰিজন পুত্ৰ সন্তানৰ সৈতে বৰ্তমান নাতি-নাতিনীৰে পৰিপূৰ্ণ এটা বৃহৎ পৰিয়ালৰ আদৰ্শময়ী পথ প্ৰদৰ্শক। তেখেতে সত্ৰত ল'ব পৰা সকলো দায়িত্বৰ লগতে ধৰ্মীয় আৰু সাংসাৰিক সকলো দিশতে তেখেতৰ কৰ্ম কুশলতা, নিপুণতা সকলোৰে স্বীকাৰ্য। তেখেতৰ ধৰ্মীয় মনোভাৱ সত্ৰত হৈ থকা সকলো পূজা পাতল আদিত তেখেতে সদায় আগভাগ লয়। তেখেতৰ মন মহৎ উদ্যম আৰু সৃষ্টিকামী প্ৰচেষ্টাৰে; সম্ভাৱনাৰে পূৰ্ণ। দুগৰাকী কন্যা অনিমা আৰু পূৰ্ণিমাৰ উপৰিও ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু মৰমটিক উপযুক্ত কৰি সমাজত প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হোৱা তেখেতে জী পূৰ্ণিমা আইদেউৰ মৃত্যুৰ দুখৰ বোজা এটা সহিব লগা হোৱাটো এটা অসহনীয় কথা যদিও নিয়তিৰ হাতত কাৰো হাত নাই বুলি মানি লয়।

১৯৮২ চনত মটৰ দুৰ্ঘটনাত তেখেতৰ স্বামী চণ্ডিকা বল্লভ গোস্বামীৰ মৃত্যু হোৱাত তেখেতে সন্তানৰ লগতে স্বামীৰ ব্যৱসায় সুচাৰুৰূপে চম্ভালি লয়। সামাজিক কৰ্মতো তেখেত বহুখিনি জড়িত। বৰপথাৰত থকা শ্ৰীশ্ৰী দিছিৰীগঞা সত্ৰৰ নামত থকা ডাকঘৰৰ গৃহটি পুনৰ নিৰ্মাণ কৰে। তেওঁ স্বামীৰ স্মৃতিত গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখনি তোৰণ নিৰ্মাণ কৰোৱাৰ লগতে গোলাঘাট ষ্টেচন ৰোডত তেখেতৰ শহুৰ দেউতাক তাৰিণী বল্লভ গোস্বামীৰ নামত এখন পূজাঘৰৰ তোৰণ নিৰ্মাণ কৰে। সমাজৰ অৱহেলিত, নিষ্পেষিত সকলক সন্মানজনক স্থান দি অহোপুৰুষাৰ্থ কৰি অহা ব্যক্তিসকলক উৎসাহিত কৰিবৰ বাবে স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰে। উক্ত বঁটা মৰাণৰ ধৰ্মপ্ৰাণ ইন্দ্ৰকান্ত দুৱৰা, দেৰগাঁৱৰ আনন্দ চন্দ্ৰ গোস্বামীক প্ৰদান কৰে। ইয়াৰোপৰি স্বামীৰ স্মৃতি জীপাল কৰি ৰখাৰ মানসেৰে গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে 'স্মৃতিগ্ৰন্থ' আৰু ননদ ৰেবা গোস্বামীৰ দ্বাৰা ৰচিত এখনি 'বিয়ানাম' ৰ পুথি প্ৰকাশ কৰি উলিয়াই। শেষত এইগৰাকী সাদৰী, নম্ৰ, ভদ্ৰ, অমায়িক, সহজ-সৰল, সৎ প্ৰকৃতি , নৈতিকতা, ধৰ্মপ্ৰাণা, সমাজসেৱিকা সকলো কৰ্মত আগভাগ লোৱা গুণসম্পন্ন মহিলাৰ সু-স্বাস্থ্য কামনা কৰিলোঁ।

# মমতাময়ী মোৰ শাহু মা

—মমী গোস্বামী
মাজুবোৱাৰী



(চণ্ডিকা বল্লভ দেৱগোস্বামী সংহতি বঁটা প্রদান অনুষ্ঠানত পুষ্পাঞ্জলি অর্পণ কৰাৰ মুহূর্তত বোৱাৰী মমী)

মোৰ শাহু মাৰ বিষয়ে লিখিবলৈ লৈ ভাবিছো তেখেতক 'পেহী' সম্বোধনেৰে মই মোৰ বিবাহৰ আগৰ পৰা এটা নিকট আত্মীয়তাৰে চিনি পাইছিলোঁ। মোৰ পিতৃ প্রয়াত ত্রৈলোক্য নাথ শর্মা আৰু মোৰ শাহু মা নগাঁৱৰ কামপুৰৰ একেখনি ঠাইৰে হোৱাৰ বাবে মায়ে পিতাক 'দাদা' বুলি সম্বোধন কৰিছিল।

সৌভাগ্যক্রমে শিলনিজানৰ দিছিৰীগএগ্ৰাঁ সত্ৰৰ প্রয়াত চণ্ডিকা বল্লভ গোস্বামীৰ দ্বিতীয় পুত্র অপূর্ব বল্লভ গোস্বামীৰ লগত বিয়া হৈ মোৰ সম্বন্ধিত শ্রদ্ধাৰ 'পেহী' গৰাকী 'মা' লৈ পৰিৱর্তন হ'ল। গতিকে মই ঘৰখনত সহজ হৈ

পৰাৰ বাবে এক ডাঙৰ সুযোগ আৰু সুবিধা পাই নিজেই ধন্য হ'লো। মাৰ লগতে ঘৰখনৰ প্ৰতিজন মানুহৰ মৰমৰ মাজত মই মোৰ যেন অচিনাকি পৰিৱেশ এটা মনৰ পৰা হেৰুৱাই পেলালোঁ।

ঘৰুৱা কাম বনৰ প্ৰতি মোৰ যথেষ্ট ৰাপ আছিল যদিও ৰন্ধা-বঢ়াত মুঠেই পাকৈত নাছিলোঁ। কিন্তু এইক্ষেত্ৰত মোৰ শাহু মায়ে নিজৰ জীয়ৰীৰ দৰে শিকাই লৈ গৈছিল। মাছ বাছিবলৈ শিকোৱাৰ উপৰিও আফুগুটি দিয়া, মাছৰ টেঙা জুতি লগাই ৰান্ধিবৰ বাবে কিছু দূৰৈৰ পৰাই শিকাই দিছিল। যিহেতু বৈধব্যৰ বাবে মা সম্পূৰ্ণ নিৰামিষ আছিল।

মোৰ প্ৰথম সন্তান দিলৰ (ভাৰ্গৱ) জন্ম হওঁতে মায়ে মোক নগাঁৱৰ চিকিৎসালয়ত দিনে-ৰাতিয়ে লগত থাকি সহায় কৰাৰ কথা মোৰ মনত স্পষ্ট হৈ এতিয়াও জিলিকি আছে। মোৰ দ্বিতীয় সন্তান চুমচুম সাতমাহতে জন্ম হোৱাৰ বাবে কিছু অসুবিধাৰ সন্মুখীন হৈছিলো। শিৱসাগৰৰ প্ৰগতি নাৰ্চিং হোমলৈ স্থানান্তৰ কৰিব লগা হোৱাত মা চিন্তিত হৈ পৰিছিল। কিন্তু মোক সাহস দিবৰ বাবেই মায়েও সেইদিনা মোৰ লগত শিৱসাগৰৰ নাৰ্চিং হোমলৈ গৈছিল। মাৰ উৎসাহে



(পৰশুৰাম কুণ্ডত বোৱাৰী মমী আৰু ইন্দুবালা)



(পৰশুৰাম কুণ্ডত বোৱাৰী মমী, নাতি ভাৰ্গৱ আৰু ইন্দুবালা)

মোকো বহু পৰিমাণে সাহসী কৰি তুলিছিল। এই কথা মই মোৰ সমগ্ৰ জীৱনলৈ শ্ৰদ্ধাৰে মনত ৰাখিম। কিছু নীতি নিয়মৰ মাজেদি মায়ে জীৱন নিৰ্বাহ কৰে। মায়ে তিথিসমূহত সম্পূৰ্ণ উকা পেটেৰে থাকিব লগা হোৱা কথাটিত আমি মনত কষ্ট পাইছিলো। আচলতে এইয়াই মাতৃজাতিৰ হৃদয়।

এনেদৰে মাৰ লগত মোৰ দিনবোৰ মধুৰ ভাৱে বাগিচাৰ ঘৰত পাৰ কৰিছিলোঁ। আমাৰ গোলাঘাটত প্ৰয়াত দেউতাৰ (শহুৰ) আৰু মাৰ প্ৰচেষ্টাত এটা ঘৰ সজা হৈছিল। আমাৰ সন্তানকেইটা বিদ্যালয়ত নামভৰ্তি কৰিবৰ সময় হোৱাত মায়ে সেই ঘৰত থাকি গোলাঘাটৰ বিদ্যালয়ত নাম ভৰ্তি কৰাৰ সুবিধা কৰি দিয়ে। এই সমগ্ৰ ব্যৱস্থাটো যেন মোৰ শ্ৰদ্ধেয় শহুৰ আৰু শাহুমাৰ দূৰদৰ্শিতাৰ পৰিচয়। বিপদ-আপদত মায়ে সদায় আমাৰ ওচৰলৈ বাগিচাৰ পৰা তৎক্ষণাত আহি সহায়ৰ হাত আগবঢ়াইছিল।

এতিয়া আমি গোলাঘাটতে মাৰ আশীৰ্বাদত নিজাকৈ ঘৰ সাজি আছোঁ যদিও প্ৰতিমুহূৰ্ততে মাক শ্ৰদ্ধাৰে মনত পেলাই যাওঁ। এই লেখনীৰ দ্বাৰা শ্ৰীযুতা মাৰ সুস্বাস্থ্যৰ লগতে দীৰ্ঘায়ু কামনা কৰিলোঁ।

# মা তুমি অনন্যা

—অমিতাভ বল্লভ গোস্বামী, সৰুপুত্ৰ



(পুত্ৰ অমিতাভৰ বিয়াৰ দিনা দ্বিতীয় পুত্ৰ অপূৰ্ব, নাতি ভৰিষ্ণু, সম্বন্ধীয় দীপালী গোস্বামী আৰু ইন্দুবালা)

এই বিনন্দীয়া প্ৰকৃতিলৈ চিৰপূজ্যা মাতৃ দেৱীৰ কোলাতেই মোৰ আগমন ঘটিছিল। জনমৰ আদিম পুৱাতেই প্ৰথমে তোমাৰ স্নেহভৰা মুখখনি আৰু তোমাৰ কোমল স্পৰ্শ অনুভৱ কৰিছিলোঁ। লগতে 'মা' বুলি মাতযাৰ মাতিবলৈ আৰম্ভ কৰাৰ লগে লগে অনুভৱ কৰিছিলোঁ মাতৃৰ মমতা। পাৰ্বতীয়ে যেতিয়া গণেশ, কাৰ্তিকক ত্ৰিভূৱন পৰিভ্ৰমণ কৰিবলৈ কৈছিল তেতিয়াই পাৰ্বতীনন্দন গণেশে কৈছিল যে, 'মোৰ ত্ৰিভূৱন প্ৰদক্ষিণ কৰা হৈ গ'ল'। এই কথাষাৰে তাৎপৰ্য প্ৰকাশ কৰে যে পিতৃ-মাতৃ প্ৰদক্ষিণ কৰিলেই ত্ৰিভূৱন প্ৰদক্ষিণ কৰা হয়। গতিকে তেওঁ ত্ৰিভূৱন প্ৰদক্ষিণ কৰা নাছিল। গণেশে উল্লেখ কৰিছিল যে—

জয় দেৱী জগন্মাত জগদানন্দকাৰিণী<br>
প্ৰসীদ দেৱী কল্যাণী নমস্তে মাতৃ দেব্যায় নমো নমঃ।

অৰ্থাৎ সমস্ত জগতক আনন্দ প্ৰদান কৰোঁতা আৰু সমস্ত জীৱৰ কল্যাণ

সাধন কৰা কৰুণাময়ী মাতৃ দেৱীয়ে হৈছে অনন্যা ৰমনী।

পৃথিৱীত যি গৰাকী নাৰীয়ে সঁচা মৰম ভালপোৱা দিব পাৰে সেইয়াই হৈছে মাতৃ। সেই মৰম ভালপোৱাক মাতৃৰ অবিহনে কোনেও কেতিয়াও দিব নোৱাৰে। সেয়েহে জন্মদাত্ৰী মা তোমাৰ চৰণত প্ৰণিপাত জনাইছোঁ তুমি আমাক আশিস কৰিবা, তোমাৰ আশিসৰ অবিহনে আমাৰ জীৱন নিস্ফল। লগতে আমাৰ জীৱন শূণ্য হৈ পৰিব। আজি মই বৰ অকলশৰীয়া অনুভৱ কৰিছোঁ। তোমাৰ কোলাত মূৰ থৈ নীল আকাশখন চাবৰ মন গৈছে। চাৰিওফালে শূণ্যতা, নিৰ্জনতা। দিক-বিদিক যেন হেৰুৱাই পেলাইছোঁ।

আই তুমি মোক সদায় শুদ্ধ পথ দেখুৱাই থাকিবা। তোমাৰ মনত সকলো সমান, মা তুমি অনন্যা, তোমাৰ চৰণৰ পদধূলা লৈ মই যেন জীৱন সংগ্ৰামত আগবাঢ়ি যাওঁ।

হে’ মা তোমাৰ সুস্থ শৰীৰৰ বাবে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই এই ভক্তি অৰ্ঘৰ সামৰণি মাৰিলোঁ।

আশিস প্ৰাৰ্থনাৰে
তোমাৰ কনিষ্ঠ পুত্ৰ
মৰমটি



(ঘৰৰ এক মাংগলিক পৰিৱেশত পুত্ৰ অমিতাভ, বোৱাৰী গীতা, নাতি জাগৃতি, প্ৰত্যুষ আৰু ইন্দুবালা)

# পৰম আৰাধ্যা শাহু আইৰ প্ৰতি ভক্তি অঞ্জলি

—গীতা গোস্বামী,সৰুবোৱাৰী
গোলাঘাট

"মাতা ধৰিত্ৰী জননী দয়াঞ্চ হৃদয়া সতী
দেৱী তু ৰমণি শ্ৰেষ্ঠা নিৰ্দোষা সৰ্ব্ব দুঃখহা
আৰাধ্যা পৰমা মায়া দয়া শান্তিঃ ক্ষমা গতিঃ
স্বাহা স্বধা চ গৌৰীমা পদ্মা চ বিজয়া জয়া।
দুখহন্তি চ নামানি মাতুৰ্ব্বৈ পঞ্চবিংশতিম্
শ্ৰৱণাৎ পঠনান্মত্ত্যঃ সৰ্ব্বদুঃখাদবি মুচ্যতে।"

বৃহৎ ধৰ্মপুৰাণত উল্লেখিত মাতৃ শ্ৰোতাৰ মতে জন্মদাত্ৰী মাতৃ গৰকীয়েই হ'ল শ্ৰেষ্ঠ ৰমণী আৰু সকলো দুখ হৰণ কাৰিণী। জন্মদাত্ৰী মাতৃগৰাকীৰ সমতুল্য পৰম শ্ৰদ্ধেয়া শাহু আই গৰাকীও প্ৰতিগৰাকী বোৱাৰীৰ বাবে মহীয়সী মাতৃৰূপে গণ্য হয়। দহমাহ দহ দিন গৰ্ভত ধাৰণ কৰি সন্তান জন্ম দি অশেষ ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি সন্তানক উপযুক্ত কৰি তোলাৰ দিশত মাতৃ গৰাকীৰ অৰিহণা অতুলনীয়। মোক জন্ম দিয়াৰ পৰা এঘৰলৈ


(সৰুবোৱাৰী গীতাৰ বিয়াৰ জোৰণ পিন্ধোৱা মুহূৰ্তত ইন্দুবালা আৰু বোৱাৰী মমী)

বোৱাৰীৰূপে উলিয়াই দিয়ালৈকে উপযুক্তৰূপে গঢ়ি তোলাত মোৰ জন্মদাত্ৰী মাতৃ গৰাকীৰ যেনে অতুলনীয় অৰিহণা আছে সেই একেদৰে মোৰ পৰম আৰাধ্যা শাহু আই গৰাকীৰ মোৰ পূজনীয় স্বামী গুৰু তথা তেখেতসকলৰ পৰিয়ালটিক নেতৃত্ব দিয়াৰ ক্ষেত্ৰত সম অৰিহণা আছে এইয়া সুনিশ্চিত।

সেয়েহে তেখেতৰ জীৱনৰ এক উল্লেখযোগ্য শুভক্ষণৰ আদৰণি স্বৰূপে তেখেতৰ অতুলনীয় ব্যক্তিত্বৰ বিশ্লেষণৰ যোগেদি তেখেতৰ প্ৰতি একাঁজলি পুষ্পাৰ্ঘ অৰ্পণ কৰাৰ মানস কৰিছোঁ। মোৰ আদৰ্শৱান শাহু আইৰ চৰণ স্পৰ্শ কৰি শাহু মাতৃৰ বিষয়ে দুৱাষাৰ লিখিবলৈ পায় মই মোৰ বৈৱাহিক জীৱনত এক মহান সাৰ্থকতা অনুভৱ কৰিছোঁ। লগতে আই মাতৃৰ চৰণত লিখাত ভুল-ত্ৰুটি হোৱাৰ ক্ষমা বিচাৰিলোঁ।

এগৰাকী নাৰীৰ জীৱনত দুখন ঘৰৰ লগতে দুগৰাকী মাতৃ অধিকাৰী হয়। এক জন্মদাত্ৰী মাতৃ আৰু আন এগৰাকী সাংসাৰিক জীৱনত জ্ঞান, স্নেহভৰা মৰম দিয়া মোৰ আদৰ্শৱান, পৰিশ্ৰমী তথা মৰমীয়াল শাহু মাতৃ। যিদৰে মই



কুৰুৱাবাহী সত্ৰৰ সত্ৰাধিকাৰ পিতৃ গোপালচন্দ্ৰ দেৱৰ কনিষ্ঠা কন্যা থিক সেইদৰে মোৰ শাহু মাতৃও কামপুৰৰ মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব গোলোক চন্দ্ৰ গোস্বামীৰ ঘৰৰ কনিষ্ঠা কন্যা আৰু তেখেতৰ স্বামীৰ গৃহ অৰ্থাৎ মোৰ সেই একে গৃহ দিছিৰীগএঁা সত্ৰ তথা শোভনেশ্বৰী চাহ বাগান।

যেতিয়াৰ পৰাই নিজ জন্মদাত্ৰী পিতৃ-মাতৃয়ে বিয়াৰ বিষয়ে চিন্তা কৰাৰ কথা শুনিছিলো, তেতিয়াৰ পৰাই মই সদায় এটা কথায়ে ভাবো যিখন ঘৰলৈ প্ৰভূ তুমি বিয়া দিবা যাতে মই শহুৰ-শাহুৰ সৈতে এখন সম্পূৰ্ণ ঘৰ পাওঁ, য'ত মোৰ পিতৃ-মাতৃৰ স্নেহৰ পৰা বঞ্চিত নহওঁ। কিন্তু নিয়তিয়ে শহুৰ মৰম আদৰ পাবলৈ নিদিলে। তেখেত প্ৰভুৰ আপোন হৈ কম বয়সতে আঁতৰি গুচি গ'ল।



(ভাতৃ প্ৰভাত গোস্বামী, কন্যা পূৰ্ণিমা, নাতি বৈষ্ণৱী আৰু ইন্দুবালা)

কিন্তু এগৰাকী শীতল মনৰ সুন্দৰ চেহেৰাৰ সৈতে দেখিবলৈ ভাল লগা এগৰাকী শাহু দিলে। যিদিনাই শাহু মায়ে আমাক দুয়োকে আঁচলত ধৰি আদৰি নিছিল সেই দিনটো মোৰ বাবে পিতৃ-মাতৃৰ গৃহ এৰি অহাৰ বহু দুখৰ মাজতো মোৰ হৃদয়ত এক আনন্দৰে ঠাই পাইছিল। মাতৃক এৰি অহাৰ যি দুখ পাইছিলো শাহু মাতৃৰ আঁচলে মোৰ বহু দুখৰ অন্ত পেলাবলৈ সক্ষম হৈছিল। কাৰণ শাহু হৈছে মোৰ কাৰণে সাহসৰ প্ৰতীক। ছোৱালীৰ জীৱনৰ এচোৰা জন্মদাত্ৰী মাতৃৰ আঁচল আৰু আনচোৰা সাংসাৰিক জীৱনটো চলাই নিয়াত শাহু মাতৃৰ আঁচল। সেয়ে শাহুমাতৃৰ আঁচলৰ স্থান পায় মই মোৰ জীৱনত আনন্দ উপলব্ধি কৰিলোঁ। আমাৰ শাহুমা বৰ সাহসী, পৰিশ্ৰমী আছিল। মাৰ ১৮ বছৰ বয়সতে শহুৰ পিতৃৰ লগত সংসাৰ আৰম্ভ কৰিছিল। মোৰ স্বামীৰ ১৫ বছৰ বয়সতে তেখেত পিতৃহাৰা হ'ল। মাতৃ আৰু ভাতৃসকলৰ আদৰত বাকী চোৱা জীৱন পাৰ কৰিছে। ৫৫ বছৰ বয়সতে শহুৰ দেউৱে ইহলীলা সম্বৰণ কৰিলে । তেতিয়াৰ পৰাই শাহুমায়ে বহু সংঘাত আৰু কষ্টৰ মাজেৰে চাৰিওটা ল'ৰা আৰু দুগৰাকী কন্যাক উপযুক্ত শিক্ষা-দীক্ষা দি সুন্দৰভাৱে গঢ়ি তুলিলে। মায়ে পৰিয়ালটো আগুৱাই নিয়াত বহুত কষ্ট কৰিছিল। মাৰ পৰম সহযোগী আছিল প্ৰয়াত ৰেবা পেহী। মা আছিল কামপুৰৰ মৌজাদাৰ পৰিয়ালৰ ঘৰৰ সৰু জীয়াৰী। একো দায়িত্ব নোপোৱা দুজন ককায়েক, এগৰাকী বায়েকৰ মাজত হাঁহি আনন্দৰে ডাঙৰ-দীঘল হোৱা মায়ে বিয়া হৈ আহি এখন দায়িত্বশীল আৰু কিছু সমস্যাৰ মাজত সোমাই এখন ঘৰ কিদৰে সুন্দৰ ভাৱে সজাই ঘৰখন আগুৱাই নিছিল মাৰ কিছুমান কৰ্ম তথা মুখৰ বাক্যৰ পৰাই জানিব পাৰিছিলোঁ। মা বৰ সাহসী মহিলা আছিল। প্ৰথম যেতিয়া ঘৰখন মই পাওঁ প্ৰায় এসপ্তাহমান পাছত মই দেখিলোঁ মাৰ বিচনাৰ ভৰিৰ শিতানত চৰকাৰীভাৱে স্বীকৃতিপ্ৰাপ্ত এটা বন্দুক। মই দেখি এখেতক সুধিলো এইটো ইয়াত কিয় থৈছে। তেতিয়া এখেতে ক'লে এইটো মাৰ ওচৰত থাকে। তেতিয়াই মই ভাবো মাৰ সাহস, দায়িত্বৰে পৰিপূৰ্ণ এগৰাকী মহান বুদ্ধিদীপ্তা মোৰ শাহু আই।

মা যেতিয়া বিয়া হৈ আহি শিলনিজানৰ শোভনেশ্বৰী চাহ বাগিচাত সেমাই চাৰিওদিশে হাবিৰে আবৃত্ত আছিল সেই এলেকা। ৰাতি হ'লে বোলে হৰিণা, বাঘ আৰু অন্যান্য জীৱ-জন্তুৰ চিঞৰ শব্দ শুনিবলে পায়। মায়ে এনে

ধৰণৰ শিহৰণ উঠা বহু কথা আমাক কয়। শুনি ভাল লাগিলেও বহুদিশৰ পৰা চালে মনটো বেয়াহে লাগে। যি কি নহওঁক বহু কষ্টৰ মাজতো আটাই কেইটা ল'ৰা-ছোৱালীক মায়ে উপযুক্ত কৰি তুলিলে। সময় অনুসৰি সংসাৰ পাতি এটি গধূৰ দায়িত্ব পালন কৰিলে। সেইদিনাও মাৰ পৰম লগৰীয়া হিচাবে ৰেবা পেহী আছিল। পেহীয়ে মাথোন আমাৰ বিয়া খনহে নাপালে। ৰেবা পেহীক মই বিয়াৰ আগৰে পৰা বহু ভাল দৰে পাইছিলোঁ। পেহীয়ে মোক যথেষ্ট মৰম কৰিছিলে। পেহীহঁতৰ মোৰ প্ৰতি আস্থা থকা কাৰণে হয়তো সেইখন ঘৰৰ মই সৰু বোৱাৰী হ'বলৈ পালোঁ।

পেহী আৰু মায়ে এক সুন্দৰ সম্পৰ্কৰে পৰিয়ালটো আগবঢ়াই নিয়াত বহুত সহায় কৰিলে। প্ৰয়াত শহুৰদেউ বৰ পৰিশ্ৰমী পুৰুষ আছিল। বহু সংঘাতৰ মাজত শহুৰদেউৱে শিলনিজানত শোভনেশ্বৰী নামেৰে এখন বৃহৎ চাহ বাগান খুলিলে। তাৰোপৰি মাটি-বাৰী সংৰক্ষিত কৰি খেতি বাতি কৰাই উপযুক্তভাৱে পৰিয়ালটো তথা নিজৰ জীৱনৰ গতি পথ আগুৱাই নিছিল। কিন্তু দুখৰ বিষয় যে ৫৫ বছৰ বয়সতে তেখেতে প্ৰভুৰ চৰণলৈ গতি কৰিলে। তেতিয়াৰ পৰাই মায়ে মনত বহু দুখ বেদনা লগত লৈ চাৰিটি পুত্ৰ আৰু দুগৰাকী কন্যাক উপযুক্ত জ্ঞানেৰে সম্পূৰ্ণ কৰি সুনাগৰিক কৰি তুলিলে। মায়ে নিজ বাগান খনতে থাকি গোলাঘাটৰ চানমাৰীত মাটিবাৰী কিনি ঘৰ সজাই সন্তান কেইটা থাকি পঢ়াৰ সুবিধা কৰিছিল। সেইসময়ত প্ৰয়াত শহুৰ দেউৱে বহু কাম আগবঢ়াই থৈ গৈছিল।

মই মোৰ শহুৰৰ ঘৰখন মনে বিচৰা ধৰণে পাইছিলোঁ। কিয়নো মোৰ নিজ পিতৃ-মাতৃ ঘৰখনত পাইছিলোঁ, সেই একে আদৰ্শৰে মই মোৰ শহুৰৰ ঘৰখন পাইছো। নামঘৰ মণিকূটৰ সৈতে পৰিপূৰ্ণ এখন ঘৰ তাৰোপৰি ঘৰখনৰ তিনিও গৰাকী জা মোৰ ভগ্নী আছিল। ডাঙৰ জা মোৰ জেঠাই ছোৱালী আৰু মাজু দুগৰাকী মোৰ মামাৰ ছোৱালী গতিকে বিয়া হৈও মোৰ নতুনত্বৰ পৰিৱেশ যেন লগা নাছিল। লাগিছিল যেন মোৰ এইখন পুৰণা চিনাকী ঘৰ। বিয়া হৈ চাৰিবছৰ মাৰ লগত বৰ আনন্দৰে পাৰ কৰিছিলোঁ। সেইসময়ত লগ হিচাবে বৰ আপোনভাৱে আছিল পুনি বাইদেউ। মই গোলাঘাটলৈ অহাৰ কেইবছৰমানৰ পাছত পুনি বাইদেউ অৰ্থাৎ এখেতৰ বায়েক এই সংসাৰৰ পৰা মেলানি মাগিলে। এতিয়াও বাগানলৈ গ'লে পুনিবাইদেউৰ স্মৃতি আমাৰ অন্তৰত সজীৱ হৈ উঠে। সেই ৪-৫ বছৰ

আমি মা আৰু পুনিবাইদেউৰ লগত বৰ আনন্দৰে পাৰ কৰিছিলো। মোৰ এটা ডাঙৰ কথা আছিল ভোকত থাকিব নোৱাৰো। মায়েও সেইকাৰণে ভাত কেইটা বাঢ়ি দিয়াত হেলা কৰা নাছিল। কেতিয়াবা মা ভাতৰ পাতত বহাত পলম হ'লেও মই ভাত খাবলৈ বহো। কাৰণ মই জানো মায়ে মোক এই কথাত অকণো বেয়া নাপায়। মা বৰ কৰ্মী আছিল। কোনোৱাই কামটো কৰি দিব সেই আশা মায়ে কৰি নাথাকে। নিজে যিমান পাৰি কৰি যাবলৈ চাই। গৰু-গাই পতিপালন কৰাৰ উপৰিও বাগানৰ কৰ্মচাৰীলৈকে মায়ে চকু দিব পাৰিছিল। যিটো আজিৰ দিনৰ বোৱাৰীৰ বাবে সম্ভৱ নহয়। আমাৰ ভাগৰ লাগিলেও মাৰ ভাগৰ লগা আমি দেখা নাছিলোঁ। দুপৰীয়া জিৰাবলৈও মাৰ সময় নহয়। পেপাৰ পঢ়া, টিভিত নিউজ চোৱা মাৰ দৈনিক কৰ্তব্য আছিল।

নিজ নিজ সন্তানক পঢ়াবৰ কাৰণে আমাৰ পৰিয়ালৰ সকলোবোৰ আহি গোলাঘাট চানমাৰীৰ ঘৰত থাকিব লগা হয়। আমাৰ ছোৱালীৰো ৩ বছৰ হোৱাত আমি গোলাঘাটলৈ আহিব লগা হ'ল। মাৰ আশীৰ্বাদ লৈ আমি গোলাঘাটলৈ আহিলো। এখেতও আহি 'নামবৰ ট্ৰেভেলচ' চোৱা-চিতা কৰিব লগা হ'ল। আমি মাজে মাজে মাৰ ওচৰলৈও যাওঁ। শাহুৰ লগত থাকি তেখেতৰ সেৱা শুশ্ৰূষা কৰাৰ বৰ ইচ্ছা আছিল কিন্তু পৰিস্থিতিয়ে বাধা দিলে।

এদিন হঠাৎ ৰাতি পুৱাই গম পালো মা বাথৰূমত পৰিলে আৰু লগে লগে দাদাহঁতে ডিব্ৰুগড়লৈ লৈ গ'ল আৰু ডাক্তৰে তৎক্ষণাত অপাৰেচন কৰিব লাগে বুলি ক'লে। অপাৰেচন কৰাৰ পাছত মাক আমি চানমাৰী ঘৰতে অলপ দিন ৰাখিলোঁ আৰু মোৰ ভাগ্যৰ বলত মাক সেৱা-শুশ্ৰূষা কৰিবলৈ পালোঁ। সেই সময়খিনিত ঘৰখনত মা থকাৰ কাৰণে বৰ ভাল লাগিছিল। এখেতে মনত বহু আনন্দ পোৱা মই চকুত দেখা পাইছিলোঁ। এদিন এখেতে কাউন্টাৰৰ পৰা ফোন কৰিলে জগন্নাথ যোৱাৰ টিকটৰ কথা ক'বলৈ। বহুত সস্তাত টিকট পাইছিল। মাক লগে লগে মই ক'লো মায়েও একে উশাতে ক'লে যোৱা, গৈ আহাগৈ। সেয়াও মই মোৰ শাহুমাৰ আশীৰ্বাদ বুলিয়ে ধৰিছিলোঁ। মাৰ অন্তৰখন বৰ কোমল আছিল সেয়েহে কোনো কোনো পৰিস্থিতিত মায়ে মৌনতা অৱলম্বন কৰা মই বহু দিশত দেখি আহিছোঁ। সৰু-সুৰা বস্তু কিদৰে যতনে ৰাখিব লাগে সেয়াও মই মোৰ শাহু মাৰ পৰা শিকি আহিছিলোঁ। যেনে খালী সৰু বটল এটা, পলিথিন এটা

কিদৰে যতনাই থলে পাছত বহুত কামত আহে। সেইয়া হৈছে মাৰ এটা অন্যতম বৈশিষ্ট্য। মাৰ কোনো দিনে শিৰৰ ওৰণিখন খহি নপৰিছিল। কিন্তু বোৱাৰীসকলৰ শিৰত ওৰণি নাথাকিলেও কোনো আপত্তি কৰা নাছিল। বৰঞ্চ বোৱাৰী কেইজনীকো ছোৱালীৰ দৰে মৰম কৰিছিল। মায়ে সামাজিক ভাৱে কিছুমান কাম কৰিছিল যেনে গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখন তোৰণ দান কৰিছিল। তাৰোপৰি মায়ে নিজ শাহুমাতৃ শোভনেশ্বৰী দেৱীৰ ওপৰত এটি লিখনি লিখি উলিয়াইছিল।

মায়ে বৰ্তমান ৮৪ বছৰত ভৰি দিলে। আমি সুবিধা অনুসৰি বিহু সংক্ৰান্তিত মাৰ চৰণ স্পৰ্শ কৰি আশীৰ্বাদ এটা ল'বলৈ নাপালে মনত শান্তি নাপাওঁ। শাহু মাৰ আশীৰ্বাদ লৈ আমি নিজ পিতৃ-মাতৃৰ গৃহলৈ যাওঁ। সেই আনন্দকণ যদি আমি সদায় ল'ব পাৰো তাকে ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰোঁ। মোৰ নিজ পিতৃ-মাতৃৰ গৃহ কুৰৱাবাহী সত্ৰৰ মহান বিগ্ৰহ প্ৰভুৰ গোপালৰ চৰণত সদায় মোৰ হৃদয়ত স্মৰণ কৰোঁ যে, শাহু মাতৃক যেন শত আয়ুস প্ৰদান কৰে। লগতে সংসাৰৰ সকলো সুখ প্ৰদান কৰে আৰু মাতৃৰ মনত আনন্দৰ ঠাই দিয়ে।

সেয়েহে তেখেতৰ জীৱনৰ এক উল্লেখযোগ্য শুভক্ষণৰ আদৰণি স্বৰূপে তেখেতৰ অতুলনীয় ব্যক্তিত্বৰ বিশ্লেষণৰ যোগেদি তেখেতৰ প্ৰতি একাঁজলি পুষ্পাৰ্ঘ অৰ্পণ কৰাৰ মানস কৰিছোঁ। এইয়া মোৰ নিজস্ব সঁচা অনুভূতি মাক তোষামোদ কৰা উদ্দেশ্য নহয়। মোৰ আশা আৰু বিশ্বাস পৰম আৰাধ্যা শাহু আইয়ে এই ভক্তি ভৰা পুষ্পাৰ্ঘৰ বিপৰীতে আমাক আশিস প্ৰদান কৰিব।

# ব্যক্তিত্ব সম্পন্ন গুণৰ অধিকাৰিণী ইন্দুবালা গোস্বামী

—মীনাক্ষী ফুকন, সাংবাদিক
গোলাঘাট



আনুষ্ঠানিক শিক্ষাই জ্ঞানৰ মাপকাঠি নহয়। সেইসময়ত নাৰীৰ বাবে উচ্চ শিক্ষা লাভৰ সুবিধা নথকা সমাজ ব্যৱস্থাত ঘৰৰ চাৰিবেৰৰ ভিতৰতে শিক্ষাৰ অনুশীলন কৰা নাৰী সমাজৰ অন্যতম শতৰূপা ইন্দুবালা গোস্বামী।

কামপুৰৰ এটি সম্ভ্ৰান্ত পৰিয়াল মৌজাদাৰ তথা অনাৰেৰী মেজিষ্ট্ৰেট ৰায়চাহাব প্ৰয়াত গোলোক চন্দ্ৰ গোস্বামী আৰু গৌৰীপ্ৰিয়া গোস্বামীৰ ঔৰসত জন্ম লাভ কৰা ইন্দুবালা গোস্বামী এগৰাকী সফল মাতৃ হোৱাৰ লগতে সমাজৰ প্ৰতি এক দায়ৱদ্ধতাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। কেৱল প্ৰাথমিক পৰ্যায়ৰ লৈকে শিক্ষা গ্ৰহণ কৰা ইন্দুবালা গোস্বামীয়ে উচ্চ শিক্ষা লাভৰ ইচ্ছা আছিল যদিও কামপুৰত উচ্চ শিক্ষাৰ অনুষ্ঠান নথকাত ঘৰতেই নিজ চেষ্টাৰে অধ্যয়ন কৰি ব্যক্তিত্বৰ বিকাশ ঘটাইছিল। আখৰৰ যত্ন ল'বলৈ কলপাততেই আখৰ লিখাৰ অভ্যাস কৰা এই আদৰ্শৱান নাৰীগৰাকীয়ে ১৯৫৩ চনত শ্ৰীশ্ৰী দিছিৰীগএাঁ সত্ৰৰ সত্ৰাধিকাৰ তথা শোভনেশ্বৰী চাহ বাগিচাৰ স্বত্বাধিকাৰ প্ৰয়াত তাৰিণী বল্লভ গোস্বামীৰ জ্যেষ্ঠ পুত্ৰ চণ্ডিকা বল্লভ গোস্বামীৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰে। প্ৰথানুসৰি

## অনন্যা ইন্দুবালা

কম বয়সতে বিবাহপাশত আৱদ্ধ হোৱা ইন্দুবালা গোস্বামীয়ে সুন্দৰকৈ ঘৰখন চলাই নিয়াৰ লগতে দুগৰাকী কন্যা আৰু চাৰিজনকৈ পুত্ৰ সন্তানক ডাঙৰ-দীঘল কৰাৰ সময়তে ১৯৮২ চনত নিয়তিৰ পৰিহাসত এক দুৰ্ঘটনাত পতিত হৈ স্বামী চণ্ডিকা বল্লভ গোস্বামীক অকালতে হেৰুৱাবলগীয়া হয়। কোনো কাৰণতে দিশহাৰা হৈ নপৰা ইন্দুবালা গোস্বামীয়ে এই বৃহৎ পৰিয়ালটিৰ সমস্ত দায়িত্ব কান্ধ পাতি ল'লে। দুগৰাকী কন্যা অনিমা আৰু পূৰ্ণিমা, চাৰিজনকৈ পুত্ৰ ক্ৰমে ইন্দ্ৰ, অপূৰ্ব, অৰূপ আৰু অমিতাভক শিক্ষা-দীক্ষাকে আদি কৰি সকলো দিশৰে পৰা এক সামাজিক স্থান দিবলৈ চেষ্টাৰ ত্ৰুটি নকৰিলে। এগৰাকী কন্যা পূৰ্ণিমাৰ অকাল মৃত্যুয়ে ইন্দুৱালা গোস্বামীক জীৱনৰ দ্বিতীয়টো আঘাত দিছিল। পৰিয়ালটোৰ পিছতেই ইন্দুবালা গোস্বামীয়ে সমাজৰ প্ৰতি থকা দায়িত্ব কৰ্তব্যকো আওকাণ কৰা নাছিল। প্ৰধানকৈ বৰপথাৰত থকা দিছিৰীগএঁা সত্ৰৰ নামত থকা ডাকঘৰটি পুনৰ নিৰ্মাণ কৰাৰ লগতে স্বামীৰ স্মৃতি সজীৱ কৰি গোলাঘাট বাণিজ্য মহাবিদ্যালয়ত এখনি তোৰণ নিৰ্মাণ কৰে। পুনৰ শহুৰেক তাৰিণী বল্লভ গোস্বামীৰ প্ৰতি শ্ৰদ্ধা জনাই গোলাঘাট চহৰৰ ষ্টেচন ৰোডৰ পূজা গৃহৰ তোৰণখনি শহুৰেকৰ নামত উচৰ্গা কৰি নিৰ্মাণ কৰে। সমাজৰ অৱহেলিত নিষ্পেষিত সকলক এক সন্মাজনক স্থান দি অহোপুৰুষাৰ্থ কৰি অহা ব্যক্তি সকলক উৎসাহিত কৰিবৰ বাবে স্বামীৰ স্মৃতিত 'চণ্ডিকা বল্লভ গোস্বামী সংহতি বঁটা' প্ৰদান কৰে। ইতিমধ্যে এই বঁটাপ্ৰাপ্ত বিশিষ্ট ব্যক্তি দুগৰাকী হৈছে মৰাণৰ ধৰ্মপ্ৰাণ ব্যক্তি প্ৰয়াত ইন্দ্ৰকান্ত দুৱৰা আৰু দেৰগাঁৱৰ প্ৰয়াত আনন্দচন্দ্ৰ গোস্বামী। ইয়াৰোপৰি গোলাঘাট শাখা সাহিত্য সভাৰ জৰিয়তে তেওঁৰ স্বামী চণ্ডিকা বল্লভ গোস্বামী স্মৃতিগ্ৰন্থ আৰু ননদ ৰেৱা গোস্বামীৰ দ্বাৰা ৰচিত এখনি বিয়ানামৰ পুথিও প্ৰকাশ কৰি উলিয়াই। পূৰ্বজসকলৰ প্ৰতি সন্মান জনাই আজুশাহু, বিশিষ্ট শাস্ত্ৰজ্ঞ শোভনেশ্বৰী দেৱী গোস্বামীৰ বিষয়ে অসম লেখিকা পৰিষদ গ্ৰন্থৰ তৃতীয় খণ্ডটিত প্ৰকাশ কৰি উলিয়াই। বৰ্তমানেও সমাজৰ হৈ আৰু কাম কৰি যোৱাৰ হেঁপাহ ৰখা ইন্দুবালা গোস্বামীয়ে দায়িত্ব আৰু কৰ্মৰ মাজেদি এখন সুকীয়া স্থান পাবলৈ সক্ষম হোৱাৰ লগতে নাৰীসমাজৰ বাবে এক প্ৰেৰণাৰ উৎসও।

# মোৰ মৰমৰ আইতা

জাগৃতি গোস্বামী ,নাতিনী

আইতা অ' আইতা
তুমি বৰ ধুনীয়া
তোমাৰ কোমল হাতৰ
পৰশেৰে মোৰ হৃদয়ত
শীতলতাৰ ঠাই পায়
আইতা অ' আইতা
তোমাৰ সু বিশাল
মনত যেন সদায়
আনন্দৰ পৰশ পাই থাকে।
পিতৃৰ জননী তুমি
মোৰ মৰমৰ আইতা
সদায় মনত আশা কৰোঁ
তোমাক কাষতে পোৱাৰ
আইতা অ' আইতা
আজি তোমাৰ গ্ৰন্থখনিত
লিখিলো দুযাৰী
তোমাৰ আশিসেৰে আমাক ধন্য কৰা
আশীৰ্বাদ কৰা আইতা
সদায় যেন তোমাক
বুকুত সাৰটি
আমি আগবাঢ়ি যাব পাৰোঁ
আইতা শুনাচোন
মই যেন তোমাৰ
মৰমৰ নাতিনী হৈ
তুমি কোৱা ককা-আইতাৰ
সাধুবোৰ মনত ৰাখিব পাৰোঁ।
তোমাৰ লগত পাৰ হয়
মোৰ সোণালী শৈশৱ
আইতা অ' আইতা
তোমাৰ দীৰ্ঘায়ুৰ প্ৰাৰ্থনা
জনালো ঈশ্বৰক আজি।
০০০০



# শ্ৰীশ্ৰী দিছিৰীগঞাঁ সত্ৰৰ বংশ পৰিচয়ৰ কিয়দাংশ

আদি পুৰুষৰ পুত্ৰ ভৈল তিনজন।
ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বিদিত ভূৱন।।
বিদৰ্ভ নগৰে ভৈলা ব্ৰহ্মাৰ নন্দন।
কুণ্ডিণ্য বুলিয়া নাম ৰাখে পদ্মাসন।।
আপোনাৰ নামে মণি নগৰ স্থাপিল।
কুণ্ডিণ্য নগৰ বুলি সংসাৰ ব্যাপিল ।।
কৌণ্ডিণ্য নামেতে মুনি তেঁহোৰ তনয়।
কুণ্ডিণ্য নগৰাশ্ৰমে সৰ্ব্বদা থাকয়।।
সকৌণ্ডিণ্য বিশ্বামিত্ৰ দেৱৰাট প্ৰৱৰ।
ইহাদেৰ সঙ্গে যজ্ঞ কৰে নিৰন্তৰ।।
তদবধি বহুতৰ পুৰুষৰ পৰ।
অৱতীৰ্ণ মুণি বংশে দেৱ গোপালৰ।।
কৰতীয়া গঙ্গা হন্তে শদিয়া পৰ্য্যন্ত।
কামৰূপ স্থান এহি শঙ্কৰে ভনন্ত।।
ইতিমধ্যে বহু সত্ৰ গোপাল কৰয়।
ধৰ্ম্ম সংস্থাপন কৰি মহন্ত স্থাপয়।।
গোপাল সণিগু-ভ্ৰাতা আনি বামদেৱে।
ধৰ্ম্মাজ্ঞা দিলন্ত দেখি ভক্তগণে সেৱে।।
তস্যাজ্ঞয়া বামদেৱে মাজুলীতে আসি।
দিছিৰী গ্ৰামেতে সত্ৰ কৰিল প্ৰকাশি।।
সেহিসে দিছিৰী গঞাঁ গোস্বামী বোলয়।
অদ্যাপিও সেহি নাম সকলে ঘোষয়।।
চিৰকাল বামদেৱে ধৰ্ম্ম প্ৰকাশয়।
বৈকুণ্ঠ নগৰে গৈল এতনু তেজিয়া।।
অতঃপৰ তস্য পুত্ৰ ভৈল অধিকাৰ।

অনিৰুদ্ধ দেৱ নাম বিদিত সংসাৰ।।
সেহি সত্ৰে ধৰ্ম্মাচাৰ সংস্থাপন কৰি।
গোলোক ভৱনে গৈল দেহ পৰি হৰি।।
তস্যপুত্ৰ ৰাম দেৱ অধিকাৰ ভৈলা।
ধৰ্ম্ম সংস্থাপন কৰি বৈকুণ্ঠক গৈলা।।
তস্যপুত্ৰ হৰিদেৱ হৰি পৰায়ণ।
অধিকাৰ হৈয়া গৈলা হৰিৰ ভৱন।।
তস্য ভ্ৰাতা ৰঘুনাথ ভৈল অধিকাৰ।
স্বধৰ্ম্ম পালিয়া গৈল বৈকুণ্ঠ আগাৰ।।
তস্যপুত্ৰ কৃষ্ণ নাম অধিকাৰ ভৈল।
চিৰকাল ধৰ্ম্ম পালি বৈকুণ্ঠক গৈল।।
প্ৰাণ নাথ দেৱ ভৈল তেঁহোৰ তনয়।
ধৰ্ম্ম সংস্থাপন কৰি বৈকুণ্ঠে চলয়।।
তস্য পুত্ৰ কৃষ্ণমিশ্ৰ ভৈল অধিকাৰ।
ব্যাসাংশে লভিল জন্ম ওপৰে ধৰাৰ।।
প্ৰাচীন সকল শাস্ত্ৰ দেখি হোৱা দূৰ।
সৰ্ব্ব শাস্ত্ৰে বিদাম্বৰ হৈলন্ত প্ৰভুৰ।
বৃহস্পতি শুক্ৰ সম পণ্ডিত হইল।
বহুতৰ শাস্ত্ৰ সব স্বয়ং নিৰ্ম্মাইল।।
কামৰূপাধ্যক্ষ ৰাজ মন্ত্ৰী পূৰ্ণানন্দ।
উভয়ৰ আজ্ঞা পায়া হইয়া আনন্দ।।
স্মাৰ্ত্ত পণ্ডিত যত আসামতে ছিল।
বাদ কৰি সৰ্ব্বজনে পৰাস্ত কৰিল।।
স্মাৰ্ত্ত কৃত স্মৃতি সব অশুদ্ধ বুলিয়া।
অষ্টাদশ স্মৃতি কৈল তাহাঙ্কে দুষিয়া।।
শ্ৰাদ্ধ ৰত্ন আদি নাম স্মৃতিৰ ৰাখিল।
ভাগৱতাদিৰো টীকা আপুনি কৰিল।।

আৰু যত গ্ৰন্থ টীকা কৰিল বিস্তাৰ।
অদ্যাপিও ব্যক্ত আছে জানয়ে সংসাৰ।।
প্ৰাচীন সকল শাস্ত্ৰ সংস্থাপন কৰি।
সপ্তদশ বাসত্তৰ শকে কৃষ্ণ স্মৰি।।
মাৰ্গ শুক্লা সপ্তমীতে ধৰ্ম্ম ক্ৰিয়া কৰি।
বৈকুণ্ঠ চলিয়া যায় দেহ পৰি হৰি।।
ধনশিৰি নদী তীৰে দেহ দাহ কালে।
বহ্নি মধ্যে ব্ৰহ্মা তেজ সবাৰে দেখালে।।
ব্ৰহ্ম তেজ দেখি সবে বিস্ময় মানিল।
স্বয়ং ব্যাস দেৱ বুলি সকলে জানিল।।
কিয়দ্দিন পৰে ছাত্ৰ সপোনে দেখিল।
দিছিৰী গ্ৰামতে ব্যাস জন্ম লভেছিল।।
নুমাবলগীয়া মত উদ্ধাৰ কৰিয়া।
বৈকুণ্ঠে গমন কৈল এ বপুঃ তেজিয়া।।
তেঁহোৰ কনকেশ্বৰ জ্যেষ্ঠ পুত্ৰ ভৈল।
অধিকাৰ হৈয়া বহু তীৰ্থ স্থান কৈল।।
গঙ্গা গয়া প্ৰয়াগাদি তীৰ্থ শেষ কৰি।
বৈকুণ্ঠ গমন কৈল দেহ পৰি হৰি।।
কণিষ্ঠ হেড়ম্বেশ্বৰ অধিকাৰ ভৈল।
কৃষ্ণমিশ্ৰ দেৱ পুত্ৰ শেষ কাল হৈল।।
প্ৰাচীন সকল শাস্ত্ৰ শিক্ষা সাঙ্গ কৰি।
অষ্টাদশ পোন্ধৰাব্দে শ্ৰীহৰিক স্মৰি।।
আষাৰ পূৰ্ণিমা তীথে গীতা পাঠ কৰি।
স্বস্থান কৰিলা গতি কায় পৰিহৰি।।
দ্বিতীয়া শোভনেশ্বৰী শাস্ত্ৰজ্ঞা হইলা।
ৰত্নমালা ব্যাকৰণ ইত্যাদি শিকিলা।।
জ্যোতিষ শাস্ত্ৰেতে তেহো পণ্ডিত ভৈলন্ত।

প্ৰেত ৰত্ন আদি শাস্ত্ৰ বহু লেখিলন্ত।।
দুই পুত্ৰ দুই কন্যা সংসাৰতে এৰি।
অষ্টাদশ উঞ্চালিশ শকে দেৱী স্মৰি।।
নৱম শুক্ল দ্বিতীয়াতে শৰীৰ তেজিয়া।
দেৱী লোকে চলিলেন আনন্দ হইয়া।।
সপত্নীৰ পুত্ৰ শ্ৰীকুমুদেশ্বৰ ভৈল।
শাস্ত্ৰ শিক্ষা কৰি বহু শাস্ত্ৰজ্ঞ হইল।।
দিছিৰী গ্ৰামতে তেহো হৈয়া অধিকাৰ।
স্বধৰ্ম্মে থাকয় সদা দেখয়ে সংসাৰ।।
প্ৰথম পুত্ৰৰ নাম শ্ৰীগোপিকা দিল।
দ্বিতীয় জনৰ নাম শ্ৰীতাৰিণী থৈল।।
জ্যেষ্ঠজন ওকালতি কাৰ্য্যে চলি গৈল।
চাহ কৃষি ব্যৱসায়ে কণিষ্ঠ চলিল।।
অদ্যাপিও আছে তাৰা বিখ্যাত ভূৱনে।
কণিষ্ঠকে জ্ঞানৱান বোলে বহুজনে।।
সেহি তাৰিণীৰ পুত্ৰ চণ্ডিকা অম্বিকা।
চণ্ডিকাৰ ধৰ্মপত্নী নাম ইন্দুবালা।।
তান চাৰি পুত্ৰ ভৈল সদা নম্ৰভাৱ।
ইন্দ্ৰবল্লভ অপূৰ্ব অৰূপ অমিতাভ।।
স্থানে স্থানে সেহি সবে কৰৈ নিজ কৰ্ম।
গুৰু আজ্ঞা পালি আচৰয় কুল ধৰ্ম।।
তাৰা সব সমাজিক ভাৱ সৰ্বক্ষণ।
কৃষিকৰ্ম বাণিজ্যত সদাভৈল মন।।
চাৰিও জনৰ হৈল এক এক পুত্ৰ।
ভাস্কৰ ভাৰ্গৱ আৰ ভৱিষ্ণু প্ৰত্যুষ।।
চাৰি পুত্ৰ নাম পাছে দুগুটি দুহিত্ৰী।
দুহিত্ৰীৰ নাম ক্ৰমে বৈষ্ণৱী জাগৃতি।।

বৈষ্ণৱী কন্যাৰ নাম অপূৰ্ব ৰাখয়।
অমিতাভ নাম পিতৃ জাগৃতি বোলয়।।
সেহি পুত্ৰ কন্যা সব জ্ঞানত ইচ্ছুক।
পূৰ্ব পুৰুষৰ কাৰ্য জানিবে উৎসুক।।
পূৰ্ণ হৈৰ সেহি ভাৰ মিলে যেতিক্ষণ।
নিষ্ঠ কৰি চিন্তি কাৰ্য চলিব তেক্ষণ।।
অনন্তৰে সবে লোকে দৃঢ় কৰি মন।
পূৰ্বৰ সমস্ত কীৰ্তি ৰাখি সযতন।।

দিছিৰীগঞাঁ সত্ৰৰ বিষয়ে বাঁহীত প্ৰকাশ পায় বুলি ৰায়চাহাব শ্ৰীগোপিকা বল্লভ গোস্বামীৰ 'শ্ৰাদ্ধ নিৰ্ণয়' নামৰ গ্ৰন্থখনত উল্লেখ আছে। শেষৰ ১০ টা পদ বিশিষ্ট সংস্কৃত পণ্ডিত যজ্ঞেশ্বৰ শৰ্মা শাস্ত্ৰীদেৱৰ দ্বাৰা সংযোজিত কৰিছে।

-ঃঃ-



(চাৰিপুত্ৰ, কন্যা পূৰ্ণিমা আৰু ইন্দুবালা)